# ত্ৰিধাৰা-স্মৃতিধাৰা-অনুধাৰা

অনিলা চৌধুৰী

নতুন অসম
উদ্যোগপাম : বামুণীমৈদাম
গুৱাহাটী-৭৮১০২১

*Tridhara, Smritidhara, Annudhara*: A collection of short stories in Assamese written by Anila Choudhury and Published by Jyotipad Dev Choudhuri, Natun Asam, Industrial Estate, Bamunimaidam, Guwahati-781021, 1st Edition, 1st January, 2001 *Price Rupees fifty only.*

**প্ৰকাশক ঃ** শ্ৰীজ্যোতিপদ দেব চৌধুৰী, এম এ, এল এল বি
**নতুন অসম**
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী- ৭৮১০২১

**প্ৰথম প্ৰকাশ ঃ** ১ জানুৱাৰী, ২০০১

বেটুপাত ঃ জাকিৰ হুছেইন

মূল্য ঃ ৫০.০০ টকা মাথোন

মুদ্ৰণ ঃ কম্পটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী - ৭৮১০২১

## উছৰ্গা

মৰমৰ কুনাল, মেঘা
আৰু অমনলৈ

দিদা, দাদী
ইং ২১-১২-২০০০ চন

# নিজা কথা

তিনিটা বেলেগ সুৰীয়া ৰচনা সম্ভাৰ লৈ মোৰ এইখন কিতাপ। তিনিটা সুৰে কাহিনীভিত্তিক। পিছে সুৰৰ বৈচিত্ৰ্য আনিবলৈ সচেষ্ট হৈছো— যাতে পঢ়ুৱৈ সমাজে একঘেয়া অনুভৱ নকৰে। 'ত্ৰিধাৰা'ৰ গল্প তিনিটা জীৱনী ভিত্তিক। 'স্মৃতিধাৰা'ত মই লগ পোৱা সৰু সৰু মানুহ কিছুমানৰ সৰু সৰু কাহিনী লিপিবদ্ধ কৰিছো। 'অনুধাৰা'ত অনুবাদ সাহিত্যৰ সুৰ ধৰি ৰাখিবৰ প্ৰয়াস কৰিছো।

মোৰ এই কিতাপখনৰ ভুল ত্ৰুটিবোৰ আঙুলিয়াই দিয়াৰ বাবে শ্ৰীগুৰুপদ চৌধুৰী লৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

বেটুপাত অংকণেৰে ধুনীয়াকৈ সজাই পৰাই দিবৰ বাবে মই শ্ৰী জাকিৰ হুচেইনক মোৰ আন্তৰিক ধন্যবাদ জনালো।

'নতুন অসম'ৰ শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী দেৱে কিতাপখন প্ৰকাশ কৰাৰ দায়িত্ব লোৱাত মই তেওঁক আন্তৰিক শলাগ লৈছো।

৪, অসম চৰকাৰী ছপাশাল পথ
বামুণীমৈদাম, গুৱাহাটী-৭৮১০২১

অনিলা চৌধুৰী
১১-১২-২০০০

# সূচীপত্ৰ

# ত্ৰিধাৰা

অপৰাজিতা (৩), যোদ্ধা (১৭), সৰলা (৩১)

**মোৰ অনুৰোধ ঃ** গল্প বা উপন্যাসৰ চৰিত্ৰ বা ঘটনাবোৰ সাধাৰণতে বাস্তৱ আৰু কল্পনাৰ সংমিশ্ৰণত গঢ়ি উঠে। সেয়ে কেতিয়াবা কোনো ঘটনা নিজৰ জীৱনত ঘটি যোৱা যেন ভাব হয়; কেতিয়াবা কোনো চৰিত্ৰৰ মাজত নিজক দেখা পোৱা যেন লাগে। মোৰ অনুৰোধ ত্ৰিধাৰাৰ গল্পবোৰত কোনোবাই যদি নিজৰ প্ৰতিচ্ছবি দেখা পায়— সেয়া মোৰ অনিচ্ছাকৃত আৰু সেয়ে মাৰ্জনা পোৱাৰ যোগ্য।

**অনিলা চৌধুৰী**

# অপৰাজিতা

(১)

জীৱনৰ সত্তৰটা বছৰ পাৰ কৰি আহি মণিমালা চৌধুৰীয়ে আজি নিজকে অলপ শ্ৰান্ত, ক্লান্ত অনুভৱ কৰিছে। সংসাৰৰ সহস্ৰ বাধা-বিঘিনি অতিক্ৰম কৰি আহি, প্ৰতিকূল পৰিৱেশৰ মাজতে অকলে বিৰোধী পক্ষৰ বিৰুদ্ধে যুঁজি যুঁজি নিজকে পৰাজয়ৰ অপমানৰপৰা নিৰ্মুক্ত কৰি আজি য'ত আহি থিয় দিছেহি তাৰপৰা নমাই অনাৰ ক্ষমতা কাৰো নাই। মণিমালা অজয়া, মণিমালা অপৰাজিতা। সংসাৰত যুঁজিবৰ প্ৰয়োজন শেষ হৈছে। সংসাৰ এতিয়া সুন্দৰ সাৱলীল গতিত চলি আছে। এই গতিধাৰাত মণিমালা নিজে পুৰণি হৈ গ'লেও নতুনক সদম্ভে আগবাঢ়ি যোৱাৰ সমল যোগাইছে। যুঁজি যুঁজি ভাগৰি পৰিলেও মণিমালা আজি শান্তিত আছে। এই শান্তিকণে মণিমালাৰ জীৱনত প্ৰশান্তি আনিছে। প্ৰশান্ত মন লৈ মণিমালাই জীৱনৰ বিগত কথাবোৰ মনত পেলাই কেতিয়াবা মনত দুখ পাইছে, কেতিয়াবা সুখ পাইছে, কেতিয়াবা মনটো অশান্ত হৈ উঠিছে, কেতিয়াবা তৃপ্ত, শান্ত হৈছে, কেতিয়াবা জয়ৰ সম্ভাৱনাত উৎফুল্ল হৈ উঠিছে।

সত্তৰ বছৰীয়া জীৱনটো লৈ মণিমালাই নিজৰে নিজান কোঠালিৰ সন্মুখৰ বাৰাণ্ডাত এখন গদি থকা বেতৰ চেয়াৰত বহি ভৰ সন্ধিয়াৰ নক্ষত্ৰখচিত আকাশখনলৈ চাই পুৰণি দিনবোৰকে সুঁৱৰিছে। কি সুঁৱৰিছে?

(২)

মণিমালা অসীম বৰুৱাৰ বৰ মৰমৰ বৰ জীয়াৰী। দেউতাকে মাতে 'মণি' বুলি।

মণিমালা দেখাত অপৰূপা নহ'লেও চুটি-চাপৰ ক্ষীণ চেহেৰাৰ মাজতে যি এক ব্যক্তিত্বপূৰ্ণ সৌন্দৰ্য আছে, সেই সৌন্দৰ্যই মণিমালাক ধুনীয়া কৰি তুলিছে, আকৰ্ষণীয় কৰি তুলিছে।

মণিমালাৰ জন্ম ঠাই ৰঙামাটি। তাত স্ত্ৰী-শিক্ষাৰ উচ্চসীমা আছিল মজলীয়া বৃত্তি স্তৰৰ ষষ্ঠ শ্ৰেণী। ছোৱালীবোৰৰ বাবে তাতোকৈ বেছি পঢ়িবৰ সুবিধা ৰঙামাটিত নাছিল। অসীম বৰুৱা মৰমিয়াল পিতৃ। পিতৃৰ কৰ্তব্যবোধত সজাগ। সেয়ে ওচৰৰে চহৰ আনন্দনগৰত— য'ত ছোৱালীৰ উচ্চশিক্ষা লাভৰ বাবে উচ্চ ইংৰাজী বিদ্যালয় এখন আছে— মণিমালাৰ পঢ়াৰ ব্যৱস্থা কৰি দিছিল। জীয়েকক হোষ্টেলত ৰাখি পঢ়ুৱাবৰ সামৰ্থ অসীম বৰুৱাৰ নাছিল। তদুপৰি মৰমৰ জীয়েকজনী হোষ্টেলৰ কাঢ়া অনুশাসনৰ মাজত থাকি, অনাত্মীয় পৰিৱেশৰ মাজত খোৱা-লোৱাৰ অসুবিধা পোৱাৰ আশংকা কৰি আত্মীয় এগৰাকীৰ ঘৰত মণিমালাৰ থকাৰ ব্যৱস্থা কৰি দিব পাৰি অলপ নিশ্চিন্ত হৈছিল। ৰঙামাটিত মণিমালাৰ লগৰী আছিল সুনন্দা দত্ত। সুনন্দা আঢ্যবন্ত ঘৰৰ ছোৱালী। দেউতাক অগাধ সম্পত্তিৰ মালিক। সেয়ে শান্তিনিকেতনৰ নিচিনা গীত, বাদ্য, নৃত্যত শিক্ষা লোৱাৰ সুবিধা থকা ঠাইলৈ উচ্চশিক্ষা লাভৰ বাবে গ'ল। মণিমালাৰো সংগীতৰ প্ৰতি আকৰ্ষণ আছিল। অভাৱৰ মাজত থাকিলেও দেউতাকে মৰমৰ মণিক হাৰ্মোনিয়ম এটা কিনি দিছিল। সংগীত প্ৰিয় মণিমালাৰো হাবিয়াস আছিল সুনন্দাৰ লগত শান্তি নিকেতনলৈ পঢ়িবলৈ যোৱাৰ। পিছে দেউতাকৰ অৱস্থাৰ পিনে চাই মনৰ হেপাহ মনতে মাৰ যাবলৈ দিছিল।

আনন্দনগৰৰ আত্মীয়াগৰাকী সম্পৰ্কত মণিমালাৰ মাহী হয়। দুবছৰমান সম্পৰ্কীয়া মাহীয়েকৰ ঘৰত থাকি পঢ়ি থকাৰ পিছত বদলিৰ চাকৰিত থকা মণিমালাৰ বৰদেউতাকে আনন্দনগৰত বদলি হৈ অহা বাবে মণিমালাই তাতেই থাকিবৰ সুবিধা পালে। পিছে যিমানে নিজৰ মানুহ হওক নিজৰ ঘৰৰ সুখ, সুবিধা, স্বাচ্ছন্দ্যখিনি আনৰ ঘৰত পোৱা টান। বৰদেউতাকৰ সংসাৰখনো ডাঙৰ। পঢ়াশুনাৰ বাবে নিজাকৈ আছুতীয়া কোঠালি এটা পোৱা সহজ নাছিল। যথেষ্ট অসুবিধাৰ মাজত হলেও পঢ়াশুনা কৰি এদিন স্কুলৰ শেষ পৰীক্ষাটো মণিমালাই দিলে।

ইতিমধ্যে আত্মীয়া মাহীগৰাকীৰ ঘৰত থাকোঁতে মাহীয়েকৰ ভতিজা ল'ৰা বিজন চৌধুৰীৰ চকুত পৰিছিল মণিমালা। মণিমালাৰ ৰূপ, গুণ, ব্যক্তিত্বই বিজনক আকৃষ্ট কৰিছিল। বিজনে জিদ ধৰিলে মণিমালাক বিয়া

কৰাবলৈ। মণিমালাৰ সেই আত্মীয়া মাহীগৰাকী ইপিনে বিজন চৌধুৰীৰ খুৰীয়েক। তেওঁলোক আচলতে গাঁৱৰ জমিদাৰ। বিজনৰ দেউতাক মহিম চৌধুৰী এজন প্ৰতাপী জমিদাৰ। পুতেকে দুখীয়া ঘৰৰ ছোৱালী এজনী বিয়া কৰাবলৈ ইচ্ছা কৰাটোত ভাল পোৱা নাছিল। পিছে মাক মৰা ল'ৰাৰ প্ৰতি মহিম চৌধুৰীৰ দুৰ্বলতা আছিল বাবে শেহত মত দিলে। দ্বিতীয়বাৰ দাৰ- পৰিগ্ৰহণ কৰিলেও মহিম চৌধুৰীয়ে প্ৰথমা পত্নীৰ গৰ্ভজাত ল'ৰা-ছোৱালীকেইটিক অনাদৰ নকৰিছিল।

মণিমালাৰ বিয়া ঠিক হ'ল এইখন ঘৰতেই। সঁচা কথা— মণিমালাই বিজন চৌধুৰীক স্বামী হিচাপে বৰ পছন্দ কৰা নাছিল। কিয়নো- - জমিদাৰ ঘৰৰ প্ৰায়বোৰ ল'ৰা-ছোৱালী সাধাৰণতে যেনে হয়, বিজনো তাৰ ব্যতিক্ৰম নহয়। আলাসত ডাঙৰ হোৱা; কষ্ট স্বীকাৰ কৰিব নোখোজে। সংসাৰত অভাৱ বোলতে একো নাই। সেয়ে কৰ্মলাভৰ যোগ্যতা অৰ্জন কৰাৰ পিনেও চেষ্টা নাই। আলাসত ডাঙৰ হোৱা, উদামহীন, আকাংক্ষাহীন ডেকা এজন যেনে হয় বিজন চৌধুৰীও তেনে হেন ডেকা ল'ৰা। মেট্ৰিকটো পাছ কৰি কিছুদিন অ'ভাৰচিয়াৰি পঢ়ি, কিছুদিন ডাক্তৰী পঢ়ি -- পিছত কোনো এটা লাইনৰে পঢ়া শেষ নকৰাকৈয়ে ঘৰৰ ল'ৰা ঘৰতে থাকি আয়াসী জীৱন বাচি ল'লে। তেনেদৰেই চলিব ধৰিছিল। নাছিল কৰ্তব্যবোধ, নাছিল দায়িত্বজ্ঞান, নাছিল সম্ভ্ৰম আদায় কৰিব পৰা ব্যক্তিত্ব। মণিমালাৰ নিচিনা ব্যক্তিত্ব সম্পন্না যুৱতী এজনীৰ পক্ষে এনে এজন পুৰুষক স্বামী ৰূপে বৰণ কৰি শ্ৰদ্ধাৰ আসনত বহুৱাটো সহজ কথা নাছিল। জীয়েক এজনীৰ পাত্ৰ বিচাৰোতে পিতৃয়ে হেনো পাত্ৰৰ যোগ্যতা বিচাৰে, মাকে বিচাৰে বিত্তশালী ঘৰ আৰু পাত্ৰীয়ে বিচাৰে পাত্ৰৰ ৰূপ। বিজন চৌধুৰী দেখাত সুপুৰুষে আছিল। সাধাৰণ চৰিত্ৰৰ ছোৱালী এজনীৰ পক্ষে পাত্ৰৰ ৰূপটোৱে সকলো দোষ খণ্ডন কৰিলেহেঁতেন; কিন্তু মণিমালাতো তেনে সাধাৰণ ছোৱালী নহয়। তাইৰ আত্ম-মৰ্যাদাবোধ আছে, ব্যক্তিত্ব আছে। সেয়ে ধনীঘৰৰ দুলালক নিজৰ যোগ্য জীৱনসংগী হিচাপে মানিব পৰা নাছিল। মণিমালাৰ দেউতাক অসমী বৰুৱা সংসাৰৰ অভাৱ-অনাটনত জুৰুলা হোৱা পিতৃ। মৰমৰ জীয়াৰীজনী বিত্তশালী ঘৰত আৰ্থিক স্বাচ্ছন্দ্যৰ মাজত থাকিব পাৰিব, খোৱা-লোৱাত কষ্ট নাপাব— অসীম বৰুৱাই সেই চিন্তাটোতে প্ৰাধনা দিলে

আৰু ভুল কৰিলে। মণিমালায়ো মন খুলি নিজৰ অমত দেউতাকৰ আগত ব্যক্ত নকৰিলে। ভাগ্যত যি হ'ব লগা আছিল— তাকে হ'ল।

(৩)

মণিমালাৰ জীৱনৰ এক নতুন অধ্যায় আৰম্ভ হ'ল। দাম্পত্য জীৱনৰ প্ৰথম কেইবছৰমান মণিমালাই গৰ্ব কৰিব পৰা স্বামী নাপালেও ভাগ্যক মানি লৈ সুকলমেৰে দিনবোৰ অতিবাহিত কৰিছিল। জমিদাৰ ঘৰৰ প্ৰথম বোৱাৰীৰ মৰ্যাদা লৈ সুখ আৰু শান্তিৰেই আছিল। দিনবোৰ বাগৰি যোৱাৰ লগে লগে সন্তানবোৰ যেতিয়া ডাঙৰ হ'ব ধৰিলে, সিহঁতৰ পঢ়া-শুনৰ বাবে চিন্তা কৰিব লগা হ'ল, উচ্চশিক্ষা দিবৰ বাবেও পৰিকল্পনা কৰিব লগা হ'ল— তেতিয়া মণিমালাই নিজক বৰ অকলশৰীয়া অনুভৱ কৰিবলৈ ধৰিলে। কৰ্তব্যত পিঠি দিয়া, দায়িত্বহীন স্বামীক লৈ বৰ লাজ পাব ধৰিলে; মনত অসন্তোষ পুঞ্জিভূত হ'ব ধৰিলে। দেউতাক অসীম বৰুৱালৈ মনে মনে অনুযোগ জনাবলৈ ধৰিলে, "দেউতা, তুমি হেনো মোক মৰম কৰিছিলা! তোমাৰ মৰমৰ জীয়েকজনীক এয়া কোন দুৰ্ভাগ্যৰ মাজত ঠেলি দিলা? সন্তানৰ পিতৃ হৈও যাৰ সন্তানৰ প্ৰতি কোনো কৰ্তব্যবোধ নাই— তেনে এজন ৰাজহাড় নোহোৱা, দায়িত্বহীন পুৰুষৰ লগত মোৰ জীৱনটো কিয় সাঙুৰি দিলা? মই যে এতিয়া অকলেই মোৰ সন্তানসকলৰ প্ৰতি থকা দায়িত্ববোৰ ব'ব লাগিব, কৰ্তব্যবোৰ পালন কৰি যাব লাগিব! স্বামীৰ সহযোগিতা বিনেই মই সন্তানসকলক মানুহ কৰি তুলিব লাগিব। মোক এয়া কি বিষম বিপদৰ মাজত ঠেলি দিলা, দেউতা!"

মণিমালাৰ অনুক্ত অনুযোগ শুনিব নাপালেও অসীম বৰুৱাই নিজৰ ভুল বুজি পাইছিল আৰু জীৱনৰ শেষ দিনলৈকে তেওঁৰ মৰমৰ মণিৰ সন্তানবোৰৰ দায়িত্ব লব লগাত পৰিছিল। এয়া পিছৰ কথা।

(৪)

মণিমালাই বীৰগাঁৱৰ জমিদাৰ পৰিয়ালত বৰ বোৱাৰী হৈ আহিল। সেইদিনত গাঁৱত মেট্ৰিক পাছ বোৱাৰী অহা সাধাৰণ কথা নাছিল। মণিমালাই সেয়ে বহুতৰে সম্ভ্ৰম আদায় কৰিব পাৰিছিল। আনন্দ নগৰত থকা সেই

সম্বন্ধীয়া মাহীগৰাকী সম্পৰ্কত বিয়াৰ পিছত খুৰীশাহু হ'ল। তেওঁৰ মধ্যস্থতাত বিবাহিত জীৱনৰ প্ৰথম ডোখৰত মণিমালাই শহুৰেকৰ গাঁৱৰ ঘৰত যথেষ্ট মৰম পাইছিল। বিজন চৌধুৰীৰ মাক নাথাকিলেও মৰমী আইতাক এগৰাকী আছিল। মাতৃহীন ল'ৰা বিজন সেই আইতাকৰ মৰমৰ লাৰু। বিজনে বিয়া কৰাই অনা মণিমালাও আইতাকৰ বুকুৰ জাঁউমণি হ'ল। মণিমালাই মৰম নাপাইছিল একমাত্ৰ অৰ্থগৰ্বী শহুৰ আৰু মাহীমাক শাহুৰপৰা। পিছে শহুৰ-শাহু আৰু সতীয়া দেওৰ-ননদবোৰ চহৰতে অৰ্থাৎ আনন্দ নগৰতে বেছিভাগ দিন থাকিছিল। স্কুলৰ বন্ধ-চন্ধ হ'লেহে গাঁৱলৈ আহিছিল।

বীৰ গাঁৱৰ জমিদাৰ পৰিয়াল--- ডাঙৰ পৰিয়াল--- যৌথ পৰিয়াল। দুই ভাই— মহিম চৌধুৰী আৰু মদন চৌধুৰী। মণিমালাই এই পৰিয়ালত ডাঙৰ বোৱাৰী হৈ সোমাল। ৰান্ধনি, ধোবা, নাপিত, দৰ্জী, জমাদাৰ, লিগিৰা-লিগিৰী পৰিবৃত ডাঙৰ সংসাৰ। দেৱালয়ত বিগ্ৰহ আছে, পূজাৰী আছে। মহা আড়ম্বৰে প্ৰতি বছৰ দুৰ্গা পূজাও অনুষ্ঠিত হয়। এনেকুৱা আঢ্যৱন্ত পৰিয়ালত থাকিও পিছে ডাঙৰ বোৱাৰী হিচাপে মণিমালাই ৰাতিপুৱাতে উঠি গা-পা ধুই সৰু সৰু দেওৰ-ননদবোৰৰ বাবে ভাত ৰান্ধিব লাগে। সৰু সৰু দেওৰ-ননদবোৰক খুওৱাৰ দায়িত্বও এই মণিমালাৰে। কি জহৰ দিন, কি জাৰৰ দিন— শেহৰাতি উঠি গা ধুবই লাগিব, ৰান্ধনি ঘৰত সোমাই খৰিৰে চৌকা জ্বলাই ভাত ৰান্ধিবই লাগিব, দেওৰ-ননদবোৰক খুৱাবৰ বাবে। এনে কৰোঁতে কৰোঁতে মণিমালাৰ বুকুৰ অসুখ হ'ল--- এজমা -- উদ্‌ফাই। তথাপি মণিমালাই কৰ্তব্যত হেলা কৰা নাছিল। অষ্টাদশী মণিমালাৰ এই কৰ্তব্যবোধ জীৱনৰ পৰিণত বয়সলৈকে অটুট ৰ'ল।

(৫)

মণিমালাই সুঁৱৰিলে প্ৰথম সন্তানৰ জন্মৰ দিনটোক। প্ৰথম সন্তান মনোজৰ জন্ম নিৰ্ধাৰিত সময়ৰ অলপ আগতে হ'ল। মণিমালাৰ স্বাস্থ্য ভালেৰে যোৱা নাছিল। শহুৰ-শাহুৱেকৰ মনোযোগ পোৱা নাছিল। মৰম থাকিলেহে মানুহে মনোযোগ দিব পাৰে। মণিমালাই শহুৰৰ মৰম পোৱাৰ পৰা বঞ্চিত হোৱাৰ

নো কি কাৰণ আছিল? কাৰণ আছিল ধনৰ অহংকাৰ। দুখীয়া ঘৰৰ ছোৱালীক বোৱাৰী কৰি অনা হৈছে — তাৰ বাবে বোৱাৰীজনী সন্তুষ্ট হৈ থকা উচিত। আৰু নো কি লাগে? হায়ৰে অৰ্থৰ অহংকাৰ! মহিম চৌধুৰী আজি জীয়াই থাকিলে দেখা পালেহেঁতেন— তেওঁৰ ল'ৰা-ছোৱালীবোৰে আজি অৰ্থৰ অভাৱত কিমান অপমান আৰু অমৰ্যাদাৰ মাজত দিন নিয়াব ধৰিছে।

নিৰ্মম শহুৰেকৰপৰা মণিমালাই একো আশাকে নকৰিছিল। আৰু শাহু? তেওঁতো সতীয়া শাহু— কম বয়সীয়া। বোৱাৰীৰ লগে লগে নিজেও সন্তান জন্ম দিয়াত ব্যস্ত আছিল।

মনোজৰ জন্মৰ সময়ত মণিমালাৰ জন্ম দিয়া মাকেহে আহি সকলো চম্ভালিলে।

মনোজ ডাঙৰ হ'ব ধৰিলে। প্ৰথম নাতি পাই অসীম বৰুৱাৰ অন্তৰত আনন্দ, উলাহ নধৰাই হৈছিল। মণিমালাৰ পিতৃগৃহত মনোজৰ জন্মক উপলক্ষ কৰি আনন্দৰ জোৱাৰ উঠিছিল— যি জোৱাৰত প্ৰতিজন সদস্য পুলকত উটি-ভাহি গৈছিল। মণিমালায়ো অকণমানি মনোজক পাই শহুৰৰ ঘৰৰ সকলো অনাদৰ, সকলো লাঞ্ছনা সহ্য কৰিবৰ মনোবল গোটাব পাৰিছিল।

(৬)

দিনবোৰ বাগৰি যাব ধৰিলে। মণিমালাৰ দ্বিতীয় সন্তানৰ জন্মৰ সময়ো আসন্ন হৈ আহিল। সেই সময়ত মনোজৰ সান্নিপাতিক জ্বৰ হ'ল। প্ৰায় যোৱা-থোৱা অৱস্থা। সেই দিনবোৰৰ কথা সুঁৱৰিলে মণিমালাৰ অন্তৰখন আজিও উদ্বিগ্ন, অস্থিৰ, বেদনাসিক্ত হৈ উঠে।

দ্বিতীয় সন্তানৰ জন্মৰ সময়তো মণিমালাৰ কাষত আহি থিয় দিলে জন্মদাতৃ মাতৃহে। দ্বিতীয় সন্তান মিহিৰৰ জন্ম হ'ল। দুটা দিন মাত্ৰ মণিমালাই বাধ্য হৈ বিছনাত জিৰণি ল'লে। তাৰ পিছত পিয়াহ খুৱাবৰ বাহিৰে নৱজাতকৰ পিনে ঘূৰি চোৱাৰ সময়ে নোপোৱা হ'ল মণিমালাই। মনোজক বচাই তুলিবৰ, সুস্থ কৰি তুলিবৰ বাবেই মণিমালাৰ একমাত্ৰ চিন্তা আছিল তেতিয়া। শহুৰ আৰু শাহু একেখন চালৰ তলত থাকিলেও অনুদ্বিগ্ন আৰু উদাসীন। সেই দিনত মণিমালাৰ একমাত্ৰ নিৰ্ভৰস্থল আছিল দেউতাক অসীম

বৰুৱা। অসীম বৰুৱায়ো মৰমৰ জীয়েকজনীক এনে বিপদৰ দিনত পাৰেমানে সহায় কৰিবলৈ ধৰিলে। নিতৌ বেলেৰে ৰঙামাটিৰপৰা অহা-যোৱা কৰি জীয়েকৰ কাষত থিয় দি জীয়েকৰ মনোবল বঢ়াই তুলিছিল। ৰোগাক্ৰান্ত দৌহিত্ৰৰ দায়িত্ব লৈ জীয়েকক কিছুপৰ জিৰাবলৈ অবকাশ দিছিল। ঈশ্বৰেও মুখ তুলি চালে। বিপদ আঁতৰিল। মনোজ সুস্থ হৈ উঠিল।

সময়ৰ যথেষ্ট ব্যৱধানত মণিমালাৰ আৰু তিনিটা পুত্ৰ সন্তানৰ জন্ম হ'ল— প্ৰশান্ত, প্ৰবীৰ আৰু সুকুমাৰ।

মণিমালাৰ ল'ৰা পাঁচজন, ছোৱালী নাই। সেয়ে বহুতে মণিমালাক পঞ্চ-পাণ্ডৱৰ মাক বুলিয়ে জোকাইছিল।

ল'ৰাবোৰ ডাঙৰ হৈ উঠাৰ লগে লগে মণিমালাৰ দায়িত্বও বাঢ়িবলৈ ধৰিলে।

বীৰগাঁৱৰ জমিদাৰ পৰিয়াল এক অপসংস্কৃতিৰ মাজত দিন নিয়াই আছিল। মদ আৰু মাইকী নোহোৱা জীৱন জমিদাৰ সন্তানৰ জীৱন নহয় বুলি জমিদাৰ পৰিয়ালৰ ছোৱালীবোৰে বিশ্বাস কৰে। তেনে অপসংস্কৃতিৰ মাজত ডাঙৰ হৈ আহিব ধৰা সন্তানসকলৰ বাবে মণিমালাৰ চিন্তা বাঢ়িহে গ'ল। স্বামী বিজন চৌধুৰী নিৰ্বিকাৰ। মাটি-বাৰী আছে, খেতি-বাতি আছে, ভঁৰালত ৰাহি ধান, শস্য আছে— কিহৰ চিন্তা। পেটৰ ভোক মিটাব পাৰিলেও— মনৰ ভোক যে নমৰে— সেয়া অনুভৱ কৰাৰ মানসিকতা বিজন চৌধুৰীৰ নাছিল। কিন্তু মণিমালাই যি সংস্কৃতিৰ মাজত জন্মিছিল, ডাঙৰ হৈছিল— তাত পেটৰ ভোক নমৰিলেও আত্মসন্মান লৈ জীয়াই থাকিবৰ ইচ্ছাকণ প্ৰচুৰ পৰিমাণে আছিল। দুই বিপৰীতমুখী মানসিকতাৰ দ্বন্দ্ব আৰম্ভ হ'ল। বিজন চৌধুৰীয়ে মণিমালাৰ শ্ৰদ্ধা হেৰুৱালে। স্বামীয়েই যেতিয়া সহানুভূতিশূন্য, শহুৰৰ ঘৰৰ সহযোগিতাৰ আশা নকৰি মণিমালাই এক সাহসী পদক্ষেপ লৈছিল। দেউতাক অসীম বৰুৱাৰ অভিভাৱকত্বত নিজৰ প্ৰথম তিনিটা সন্তানক ৰঙামাটিৰ স্কুলত পঢ়াবৰ ইচ্ছা প্ৰকাশ কৰিলে। মণিমালাৰ ইচ্ছা দেউতাকৰ মৰম আৰু আশীৰ্বাদৰ মাজত বাস্তৱ ৰূপ পালে। কি যে ভয়ংকৰ নৈৰাশ্যজনক দিন আছিল সেইবোৰ! পৰিয়ালৰ বহুতে ইতিকিং কৰিছিল মণিমালাক— সন্তানক লাট চাহাব বনাব খুজিছে বুলি। জমিদাৰৰ ঘৰত নো

কিহৰ অভাৱ? মানুহে খোৱা-লোৱাৰ বাবেহে পঢ়া-শুনা কৰি যোগ্যতা অৰ্জন কৰি চাকৰি কৰে। জমিদাৰী সংস্কৃতিত চাকৰি মানে দাসত্ব। ঘৰতে যেতিয়া খোৱা-লোৱাৰ সকলো ব্যৱস্থা আছে বাহিৰত গোলামী কৰা কিহৰ বাবে? জমিদাৰৰ সেই বিকৃত ধাৰণা এদিনাখন অসম্মানৰ মাজত পোত গ'ল। জমিদাৰী যোৱাৰ লগে লগে জমিদাৰৰ ঘৰৰ আয়াসত ডাঙৰ হোৱা বেকাৰ সন্তানবোৰৰ মূৰত আকাশ ভাগি পৰিল। অপমান, অসম্মান, দাৰিদ্ৰৰ অঁথে সাগৰত জমিদাৰৰ কুল-তিলকসকল ককবকাব ধৰিলে; সাতুৰি পাৰ নাপালে। মণিমালাক হেয় কৰা সকলে, ইতিকিং কৰা সকলে মণিমালাৰ সন্তানসকলৰ দোপতদোপে উন্নতিত ঈৰ্ষান্বিত হ'ল।

(৭)

ৰাতি হৈ আহিল। আকাশৰ তৰাবোৰ আৰু বেছি উজ্জ্বল হ'ল। মণিমালাই আকাশৰ পিনে চাই অতীতক সুঁৱৰিয়ে থাকিল। সত্তৰ বছৰীয়া মণিমালাই আজি সুখ আৰু শান্তিৰ মাজত থাকিও এৰি অহা সেই আশান্তিপূৰ্ণ কষ্টকৰ দুখৰ দিনবোৰ মনত পেলালে চকুপানীৰে সকলো অস্পষ্ট দেখে। তিক্ত অভিজ্ঞতাবোৰে মনটোক দুৰ্বিনীত কৰি তোলে। সংকীৰ্ণমনা যৌথ পৰিয়ালৰ মাজত থাকিব লগা হোৱাত মণিমালাই অসম্মানিত বোধ কৰিছিল। নিজস্ব বুলিবৰ একো নাই। বেকাৰ স্বামীক লৈ সংসাৰত মৰ্যাদাৰ আসনখন সংৰক্ষিত ৰখা টান। সকলো কথাতে, সকলো প্ৰয়োজনতে হাত পাতিব লগা হোৱাটোও আত্ম-মৰ্যাদাত লাগে। জমিদাৰীৰ ভাগ-বাটোৱাৰা আৰম্ভ হ'ল। ঘৰৰ মুখিয়াল দুই ভাই-ককায়েকৰ সংসাৰতো বিভাজন আহিল। সৰু ভাই মদন চৌধুৰী স্ত্ৰী-পুত্ৰ-কন্যা লৈ বেলেগে ভাতৰ চৰু জুৰিলে। ককায়েক মহিম চৌধুৰীৰ দুই পত্নীৰ ফালৰপৰা সন্তানৰ সংখ্যা কম নহয়। ল'ৰাবিলাকৰ উপাৰ্জন বুলিবলৈ একো নাই। ডাঙৰ পুতেক বিজনক দোকান এখন চলাবলৈ দিছিল। পিছে আয়াসী আৰামপ্ৰিয় পুতেকে পিতৃৰ আশাত ছাই ঢালি দিলে। এনে পৰিস্থিতিত মণিমালাৰ মনৰ অসন্তোষ বৃদ্ধি পাব ধৰিলে। নিজাকৈ একো খৰচ কৰিব নোৱাৰে; শহুৰৰ মুখাপেক্ষী হৈয়ে থাকিব লাগে। দুই কোঠালিৰ মাজত সংসাৰ সীমাবদ্ধ। মৰমিয়াল শাহু আইতাক গৰাকীও ইতিমধ্যে ঢুকাল। মণিমালাৰ হৈ মাত মাতোতা কোনো নাই। অন্ন-বস্ত্ৰৰ কাৰণে মৰম শূন্য

শহুৰৰ মুখাপেক্ষী হৈ থকাটো যে কিমান লজ্জাকৰ সেয়া মণিমালাই হাড়ে-হিমজুৰে উপলব্ধি কৰিছে। নিজৰ পছন্দমতে ল'ৰা কেইটাক একো পিন্ধাব নোৱাৰে, নিজৰ ৰুচি মতে একো খুৱাব নোৱাৰে; শহুৰৰ দয়াৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হয়। মৰমিয়াল শহুৰ আৰু নিজা শাহু থাকিলে পৰিবেশ হয়তো সিমান প্ৰতিকূল নহ'লহেঁতেন। মণিমালাৰ মনটো বিষাদত ভাৰাক্ৰান্ত হয়, চকুযুৰি সেমেকি উঠে সেইবোৰ দিনৰ কথা মনত পেলালে। একো একোদিন যেতিয়া ল'ৰাবোৰৰ সমুখত ভাতৰ কাঁহী ধৰিব নোৱাৰে বা কেতিয়াবা শুদা ভাতকে মাথোন ল'ৰাবোৰৰ পাতত আগবঢ়াব লগীয়া হয় — মণিমালাৰ মাতৃমন কেনে এক অসহ্য যন্ত্ৰণাত কান্দি উঠে। এনে মানসিক অৱস্থাত স্বামীৰ প্ৰতি বিতৃষ্ণা হৈ উঠে।

শহুৰ ঢুকোৱাৰ পিছত সংসাৰত মণিমালাৰ মৰ্যাদা অলপ বৃদ্ধি পালে। সতীয়া শাহু হিংসাকুৰীয়া হ'লেও আজলী প্ৰকৃতিৰ। খুৰীশাহুৰ প্ৰতাপ তেতিয়া বেছি। মণিমালাহঁতক শহুৰ জীয়াই থাকোঁতেই বেলেগে চৰুৰ ব্যৱস্থা কৰি দিয়া হৈছিল। জমিদাৰী যোৱাৰ লগে লগে যৌথ পৰিয়াৰ ভাঙি গ'ল, চৰু বেলেগ বেলেগ হ'ল। তিনিটা চৰু হ'ল। এটা খুৰীশাহুহঁতৰ, এটা শাহুৱেকৰ, এটা মণিমালা-বিজনহঁতৰ। খুৰা শহুৰৰ শহুৰ আগতেই সিপুৰীলৈ গৈছিল। খুৰীশাহুৰ সংসাৰ চলোৱাৰ অভিজ্ঞতা সতীয়া শাহুগৰাকীতকৈ বেছি আছিল। সেয়ে আজলী শাহুৱেকক যেতিয়া খুৰীশাহুৱে ঠগিবলৈ ধৰিলে মণিমালাই এনে অন্যায় সহ্য কৰিব নোৱাৰিলে। শাহুৱেকৰপৰা কোনোদিনে মৰম নাপালেও অসীম বৰুৱাৰ জীয়াৰী মণিমালাই মানৱতাৰ প্ৰেৰণাত শাহুৱেকৰ হৈ খুৰীশাহুহঁতৰ দুৰভিসন্ধিৰ প্ৰতিবাদ জনাবলৈ ধৰিলে' পৰিণাম অৱধাৰিত। যিগৰাকী সম্পৰ্কীয়া মাহী মণিমালাৰ খুৰীশাহু হ'ল— মণিমালা সেই খুৰীশাহুৰ চকুৰ কুটা হ'ল। খুৰীশাহুৱে পাহৰি গ'ল- একাধাৰে মাহী আৰু খুৰীশাহু হোৱা বাবে যিগৰাকীৰ ওপৰত নিৰ্ভৰ কৰি অসীম বৰুৱাই মৰমৰ মণিক বিয়া দি গতাই দিলে, সম্পত্তিৰ খোৱা-কামোৰাত সেইগৰাকীয়ে মাহী হোৱাৰ কথা পাহৰি গৈ মাত্ৰ শত্ৰুপক্ষৰ ভাওত অৱতীৰ্ণ হ'ল। জমিদাৰী সম্পত্তি লৈ নিতৌ মুখ্য দুটা পৰিয়ালৰ মাজত হাই-কাজিয়া। একেটা ঘৰৰ চালৰ তলত থকাটো অসহনীয় হৈ উঠিল। প্ৰতিবাদ জনাবলৈ ধৰিলে

মণিমালাই। পৰিণামত মণিমালাৰ প্ৰাণ, সংশয় উপস্থিত হ'ল। খুৰা-শহুৰৰ সৰু ল'ৰাজনৰ পঢ়াশুনা বেছি নাছিল। বেকাৰ হৈ আছিল বাবে বহুত সম্পত্তি বেদখল কৰিবলৈ ধৰিছিল। মণিমালাক শক্তিশালী বিপক্ষ জানি আৰু মানি মাজে সময়ে প্ৰাণনাশ কৰিবলৈ উদ্যত হৈছিল। মণিমালাই জানো সেইবোৰ ভয়ংকৰ দিনৰ কথা পাহৰিব পাৰে? মাজৰাতি যেতিয়া খুৰাশহুৰৰ মদাহী ল'ৰাই — যাক ইমান দিনে মণিমালাই ককাইদেউ বুলিয়ে মানিছিল— হাতত বন্দুক লৈ মণিমালাৰ কোঠালিৰ দুৱাৰ মুখত আহি চিঞৰ-বাখৰ কৰে সেই পৰিবেশৰ মাজত থকাটো মণিমালাৰ অসহ্য হৈ উঠে। সুবোধ বালকৰূপী স্বামীৰ ওপৰত মণিমালাৰ খং উঠে।

ভাগ্য সুপ্ৰসন্ন আছিল। মণিমালাৰ প্ৰাণ সংশয় হৈ উঠা পৰিস্থিতিত বিজন চৌধুৰীৰ চৈতন্য হ'ল। স্ত্ৰী-পুত্ৰক নিৰাপদে ৰাখিবৰ বাবে ভাগত পোৱা মাটি এডোখৰত আছুতীয়াকৈ ঘৰ সজাই তাতে থাকিবলৈ ল'লে। নিজাকৈ সংসাৰ চলাবলৈ পাই মণিমালাও অলপ শান্তি পালে; নিতৌ পোৱা অশান্তিৰপৰা আঁতৰত আহি সকাহ পালে।

(৮)

প্ৰথম তিনিজন ল'ৰাক দেউতাক অসীম বৰুৱাৰ অভিভাৱকত্বৰ অধীনত ৰাখি মণিমালা যথেষ্ট নিশ্চিন্ত আছিল। এতিয়া নিজাকৈ ঘৰ এটা পাই সৰু দুটাৰ পঢ়া-শুনাৰ বাবে অনুকূল পৰিৱেশৰ মাজত যত্ন ল'বলৈ সমৰ্থ হ'ল।

মণিমালাৰ শহুৰেকৰ ঘৰখনৰ বিদ্যা-শিক্ষাৰ প্ৰতি ধাউতি কম। সেয়ে যেতিয়া মণিমালাই তেওঁৰ প্ৰথম তিনিটা সন্তানক শিক্ষিত কৰি তুলিবৰ মানসেৰে জমিদাৰীৰ দূষিত ঘৃণনীয় পৰিৱেশৰপৰা আঁতৰত ৰাখিবৰ উদ্দেশ্যে দেউতাক অসীম বৰুৱাৰ তত্বাৱধানত ৰঙামাটিলৈ পঠালে— তেতিয়া শহুৰৰ ঘৰৰ প্ৰায় সকলোৱে মণিমালাক বৰ উপহাস কৰিছিল, ইতিকিং কৰিছিল, কটু কথা শুনাইছিল। কিন্তু মণিমালা সিদ্ধান্তত অটল হৈ ৰ'ল। দেউতাকৰপৰা মণিমালাই যে বেলেগ শিক্ষা পাইছিল! জমিদাৰী পৰিবেশত ভোজন বিলাসিতাৰ মাজত থাকি মূৰ্খ হৈ থকাতকৈ দুখীয়াৰ ঘৰত মাত্ৰ নিমখ তেল সানি শুদা ভাত খাই হলেও স্কুললৈ গৈ পঢ়া-শুনা কৰি শিক্ষিত হোৱাৰ সুযোগ লোৱাটো শ্ৰেয়তৰ জ্ঞান কৰিছিল। মণিমালাই প্ৰমাণ কৰি

দেখুৱালেও। যিসকলে উপহাস কৰিছিল, উপলুঙা কৰিছিল, কথা শুনাইছিল, নিজৰ নিজৰ স্বল্প বুদ্ধিৰে ভাবিছিল— সেই বংশৰ ল'ৰাবোৰনো কিমান শিক্ষিত হ'ব; শিক্ষিত হোৱাৰ প্ৰয়োজনে বা কি? সেই সকলৰ মিছা অহংকাৰক মিছা প্ৰতিপন্ন কৰি মণিমালাই প্ৰমাণ কৰি দেখুৱাই দিলে— জমিদাৰ বংশৰ দূষিত পৰিবেশৰপৰা মুক্ত হ'ব পাৰিলে— সেই বংশৰ ল'ৰা-ছোৱালীও শিক্ষিত হৈ বংশৰ মুখ উজ্জ্বল কৰিব পাৰে।

প্ৰথম সন্তান তিনিটাক বীৰগাঁৱৰ পংকিল পৰিবেশৰপৰা আঁতৰত ৰখাৰ সিদ্ধান্ত কাৰ্যকৰী কৰি য়ে মণিমালা ক্ষান্ত নহ'ল। তাতোকৈ বলিষ্ঠ পদক্ষেপ ল'লে জমিদাৰ ঘৰৰ পুত্ৰবধু হৈও পৰ্দাৰ আঁৰত নাথাকি স্কুল এখনত শিক্ষকতাৰ বৃত্তি গ্ৰহণ কৰি। জমিদাৰৰ ভুৱা অহংকাৰ, ভুৱা মৰ্যাদাৰ বিপৰীতে এয়া আছিল মণিমালাৰ একক সংগ্ৰাম। মণিমালাই সংগ্ৰামী দিশৰ দুৱাৰ মেলি দিছিল। বৰ্তমানে সেই মুকলি দুৱাৰৰ মাজেৰে ওলাই আহি বীৰগাঁৱৰ আন আন জমিদাৰ ঘৰৰ ছোৱালীবোৰেও মণিমালাৰ পথকে অনুশৰণ কৰিলে।

বীৰগাঁৱত উচ্চ-ইংৰাজী বিদ্যালয় স্থাপিত হ'ল। পুৰণি পচা পৰিবেশৰ পৰা আঁতৰত আহি নিজৰ ঘৰত নিজৰ শাসনৰ অধীনত ৰাখি শেহৰ দুটা সন্তানৰ দায়িত্ব মণিমালাই নিজেই ল'লে। বৃদ্ধ দেউতাকৰ ওপৰত আৰু বেছি বোজা জাপি দিবলৈ নুখুজিলে। বিজন চৌধুৰীও মণিমালাক সমৰ্থন দিব ধৰিলে— যদিও অভ্যাসৰ দাস হৈ জমিদাৰ পুত্ৰৰ আয়াসী অকৰ্মন্য জীৱনধাৰাৰপৰা নিজকৈ মুক্ত কৰি আনিবলৈ সক্ষম নহ'ল। মণিমালাই ইয়াতেই সন্তুষ্ট হ'ল। গিৰিয়েকে একোতে সক্ৰিয় সহযোগ আগবঢ়াব নোৱাৰিলেও বিৰোধিতা যে নকৰিলে –– মণিমালাৰ পক্ষে এইখিনি পৰোক্ষ সহায় লাভ কৰাটোও বহুত।

জমিদাৰী মাটিবাৰিৰ অংশৰপৰা যি পায় তাৰে পিন্ধা-উৰা, খোৱা-লোৱাৰ অভাৱ নহলেও সন্তানসকলক উচ্চশিক্ষিত কৰি তুলিবৰ বাবে যিমানখিনি অৰ্থৰ প্ৰয়োজন সিমানখিনি সহজলভ্য নাছিল। কেতিয়াবা খেতিৰ মাটি বেচি, কেতিয়াবা নিজৰ অলংকাৰ বন্ধক থৈ বা বেচি অৰ্থৰ প্ৰয়োজন পূৰণ কৰিছিল। টকা-পইচা, গহনা-পাতি একোৰে লোভ নাছিল মণিমালাৰ।

মণিমালাৰ একমাত্ৰ লক্ষ্য আছিল ল'ৰাবোৰক সুশিক্ষিত কৰি তোলা, সম্মানজনক জীৱনৰ অধিকাৰী কৰি তোলা।

(৯)

ৰাতিৰ নক্ষত্ৰ-খচিত আকাশখনলৈ চাই সত্তৰ বছৰীয়া মণিমালাই বাৰাণ্ডাৰ চকীখনত আউজি বহি তাকেই সুঁৱৰিছে — পাৰিছে নে সন্তান পাঁচোটিক সুশিক্ষিত কৰিবলৈ? আশা কৰা মতে, ভবামতে হয়তো পাঁচোটা সন্তানক সমানে সুশিক্ষিত কৰিবলৈ পৰা নাই; কিন্তু সকলোটিকে নিজৰ ভৰিৰ ওপৰত থিয় দিব পৰাৰ শিক্ষা দিয়াব পৰিছে। মনোজ আৰু মিহিৰ কৰ্মজগতত নিজৰ সুনাম গঢ়ি তুলিব পাৰিছে। প্ৰশান্তৰ ভাগ্য সিমান সুপ্ৰসন্ন নহ'ল। তথাপি নিজৰ ভৰিত থিয় দি নিজৰ সংসাৰৰ দায়িত্ব পালন কৰি যোৱাৰ যোগ্যতা অৰ্জন কৰিছে। মণিমালাৰ সন্তান কেইটাৰ ভিতৰত প্ৰবীৰ অলপ কম মগজুৰ ল'ৰা। সিও পিছে আন্তৰিক প্ৰচেষ্টাত নিজৰ লক্ষ্যত উপনীত হৈ সুখ-স্বাচ্ছন্দ্যৰ মাজত নিজৰ সংসাৰখন সুকলমে চলাই যাব পাৰিছে। কনিষ্ঠতম সুকুমাৰ ডাঙৰ ককায়েকৰ পথ অনুশৰণ কৰি কৰ্মজগতত সুপ্ৰতিষ্ঠিত হৈছে।

ল'ৰা কেইটিক ধ্বংসোন্মুখ পৰিবেশৰপৰা মুক্ত কৰি আনি কৰ্মজগতত প্ৰতিষ্ঠিত কৰিব পৰাৰ অক্লান্ত পৰিশ্ৰম সাৰ্থক হোৱাত মণিমালাই বিজয়ৰ গৌৰৱ অনুভৱ কৰিছে। সহানুভূতিহীন শহুৰৰ ঘৰৰ বিৰোধিতাৰ মাজত এনেদৰে সফলকাম হ'ব পাৰিব বুলি মাজে সময়ে মণিমালাৰ নিজৰে সন্দেহ হৈছিল। সেয়ে জীৱনত যেতিয়া সপোনবোৰক দিঠকত ৰূপায়িত কৰিব পাৰিলে মণিমালাই কৃতিত্বৰ গৌৰৱ অকলেই উপলব্ধি কৰিলে। প্ৰয়াত দেউতা অসীম বৰুৱাক— যিজন পিতৃয়ে অকলে মণিমালাক উদগনি দি আছিল— সশ্ৰদ্ধ ভক্তিৰে স্মৰণ কৰিবলৈ ধৰিলে। অযোগ্য পাত্ৰত কন্যাদান কৰি যি ভুল কৰিছিল দেউতাকে আজি সেই দেউতাকৰ ওচৰত কোনো অভিযোগ, কোনো অনুযোগ নাই মণিমালাৰ। মণিমালাৰ জীৱনৰ একক সংগ্ৰামত একমাত্ৰ ধ্ৰুৱতৰা আছিল কৰ্মযোগী দেউতাক— অসীম বৰুৱা।

সন্তানসকলক নিজৰ ভৰিত ভালদৰেই থিয় দিব পৰাকৈ প্ৰতিষ্ঠিত কৰাৰ

পিছত মণিমালাৰ সাংসাৰিক কামৰ বোজা বহুত পৰিমাণে লাঘৱ হ'ল।

এতিয়া একমাত্ৰ কৰ্তব্য হ'ল সন্তানসকলৰ সংসাৰ পাতি দিয়াৰ। সেই কৰ্তব্যও সম্পাদন কৰিলে। মাতৃভক্ত সন্তানসকলে মাকৰ ইচ্ছাত বাধা নিদিলে। সিহঁতৰ বাবে মাকে যে বহুত দুঃখ কষ্ট সহিব লগা হৈছিল — সেই উপলব্ধি সিহঁতৰ হৈছিল। সেয়ে মাকে বাছি দিয়া জীৱন সংগিনীবোৰকে মানি লৈ সংসাৰ ব্ৰত আৰম্ভ কৰিলে।

পাঁচ পুতেকৰ পাঁচ বোৱাৰী— নিৰ্মালী, শান্তা, বন্দনা, অনুভা, গৰিমা। পাঁচ বোৱাৰীতো নহয় — যেন পাঁচ জীয়াৰী। মণিমালাৰ মনটো আনন্দত আপ্লুত হৈ উঠে। যেতিয়া ল'ৰাবোৰৰ নিচিনাকৈ বোৱাৰীবোৰেও তেওঁক 'মা', 'মা' বুলি মাতি থাকে; সমস্যা দেখা দিলে দিহা ল'বলৈ দৌৰি ওচৰলৈ আহে। কেতিয়াবা কিবা বেয়া দেখিলে মণিমালাই বোৱাৰীহঁতক গালিও পাৰে। মণিমালাৰ মতে "ল'ৰাবোৰৰ বেয়া দেখিলে যদি সিহঁতক বকিব পাৰো, বোৱাৰীবোৰৰ বেয়া দেখিলে কিয় নবকিম? তাহাঁতেওতো মোৰ ছোৱালী।"

যিমান মৰমৰ মাজত থাকক লাগিলে মাক-দেউতাকৰ ঘৰ এৰি জীয়াৰীবোৰে বোৱাৰী হৈ আহি মাকৰ ঘৰখন, মাকৰ মৰমকণ কেনেকৈ পাহৰে? সেয়ে কেতিয়াবা বোৱাৰীবোৰৰ অভিমানত লাগিলে মণিমালাক ভুল বুজে। অভিযোগ, অনুযোগ কৰে, ল'ৰাবোৰে কিবা দোষ কৰিলেও আজিকালি মণিমালাই ল'ৰাবোৰক একো নবকে কিয়? মণিমালাৰ অভিমত— "ল'ৰাবোৰক বিয়া দি বোৱাৰীহঁতৰ হাতত গতাই দিছো। গতিকে মাকৰ আঁচল এৰি ঘৈণীয়েকৰ আঁচলত ধৰা ল'ৰাবোৰক, ঘৈণীয়েকহঁতেই ঠিকমতে চলাবলৈ পাৰিব লাগিব।'

মণিমালাই বহুদিন ধৰি শিক্ষকতা কৰিলে স্কুলত, ঘৰত। এতিয়া আৰু এই সায়াহ্ন বয়সত ল'ৰা-বোৱাৰীৰ ওপৰত শিক্ষকতা কৰিবলৈ ইচ্ছা নকৰে। এতিয়া দায়হীন, দায়িত্বহীন জীৱন— যি জীৱনত নাতি-নাতিনীবোৰৰ মৰমিয়াল পৰিবেশৰ মাজত আবদ্ধ থাকি জীৱনৰ অন্তিম দিনটোৰ বাবে বাট চাই থাকিব পাৰি।

আজি দায়-দায়িত্বৰ বন্ধনৰপৰা মুক্ত মণিমালাৰ জীৱনৰ একমাত্ৰ অমূল্য সম্পদ নো কি? জীৱনৰ এই অমূল্য সম্পদ সন্তানসকলৰ অকৃত্রিম শ্রদ্ধা। ল'ৰাবোৰে দেউতাক বিজন চৌধুৰীক ভাল পালেও সিমান শ্রদ্ধা নকৰে— মাক মণিমালাক যিমান কৰে। ইয়াৰ বাবে ক্ষুদ্ধ হলেও দায়ী বিজন চৌধুৰী নিজেই। অকল জন্ম দিয়ালেই পিতৃ নহয়— যদি পিতৃৰ যি কৰ্তব্য পালন কৰা সেয়া কৰিবলৈ অসমৰ্থ হয়। বিজন চৌধুৰীয়ে কেতিয়াবা আফচোচ কৰে ল'ৰাইঁতে তেওঁক বেছি মূল্য নিদিয়াৰ বাবে। কিন্তু মণিমালাৰ আজি একো আফ্চোচ নাই। সংসাৰত যথাযথ কৰ্তব্য পালন কৰিছে, যথাযথ দায়িত্ব পালন কৰিছে। সন্তানসকলৰ ওচৰত একেলগে মাতৃ আৰু পিতৃৰ ভূমিকা নিভাব পৰিছে। নাতি-নাতিনী পৰিবৃত সংসাৰত তেওঁৰ আসন আজি সকলোৰে উৰ্দ্ধত। সংসাৰ যুঁজত মণিমালা অপৰাজিতা। ❑

# যোদ্ধা

## (১)

ৰণবীৰ— ৰণবীৰ দত্ত। খেল-ধেমালি, পঢ়া-শুনাত লগৰীয়াসকলৰ ঈৰ্ষাৰ পাত্ৰ। ইমান তীক্ষ্ণ বুদ্ধিৰ ল'ৰাক লৈ অকল ঘৰৰ মানুহখিনিয়ে গৰ্ববোধ নকৰিছিল— স্কুলৰ শিক্ষকসকলে গৰ্ববোধ কৰিছিল। প্ৰধান শিক্ষকজনৰতো দৃঢ় বিশ্বাস আছিল ৰণবীৰে স্কুল-শিক্ষান্ত পৰীক্ষাত সকলোৰে আশা পূৰণ কৰিব; ঘৰ আৰু স্কুলৰ মুখ উজ্জ্বল কৰিব, গৌৰব বঢ়াব। স্কাউট শিক্ষক নৰেন দাসৰ অতি মৰমৰ আছিল এই ৰণবীৰ। নৰেন দাসে গৰ্ব কৰে ৰণবীৰ এজন প্ৰকৃত স্কাউট বুলি। স্কাউটৰ শপতবোৰ ৰণবীৰে মনে প্ৰাণে পালন কৰিছিল। এবাৰৰ ঘটনাই স্কাউট শিক্ষক নৰেন দাসক ৰণবীৰ যে এজন প্ৰকৃত স্কাউট বুলি। স্কাউটৰ শপতবোৰ ৰণবীৰে মনে প্ৰাণে পালন কৰিছিল। এবাৰৰ ঘটনাই স্কাউট শিক্ষক নৰেন দাসক ৰণবীৰ যে প্ৰকৃত স্কাউট সেয়া পতিয়ন নিয়াইছিল।

বৰনৈৰ পাৰত এক মহকুমা চহৰ নন্দনপুৰ। অষ্টমী স্নানৰ দিনা এই বৰনৈৰ পাৰত ডাঙৰ মেলা বহে। নন্দনপুৰত বহু তীৰ্থযাত্ৰীৰ ভিৰ হয় অষ্টমীৰ দিনা নদীত গা ধুবৰ বাবে। সিদিনা হেনো পবিত্ৰ গংগাৰ পানী ব্ৰহ্মপুত্ৰৰ পানীৰ লগত মিহলি হৈ যায়। সেয়ে পূণ্য অৰ্জনৰ বাবে এই স্নান। অষ্টমী স্নানৰ তিথি সচৰাচৰ চ'ত মাহত পৰে। চ'তৰ প্ৰখৰ ৰ'দত নৈৰ পাৰৰ বালিখিনি এনে উত্তপ্ত হৈ উঠে যে শুদা ভৰিৰে খোজ কাঢ়িব নোৱাৰি। ভৰিৰ তল পুৰি যাব খোজে। মেলাৰ ভিৰত ল'ৰা-ছোৱালীবোৰ মাক-দেউতাকৰপৰা কেতিয়াবা বিচ্ছিন্ন হৈ অ'ত-ত'ত কান্দি ফুৰে। গৰমত তীৰ্থ যাত্ৰীৰ প্ৰাণ পিয়াহৰ পানীটোপাৰ বাবে চাটিফুটি কৰে। বহুতে অসুস্থ হৈ পৰে। সূৰ্যৰ ৰ'দত বহুতৰে সূৰ্যাঘাত হয়, অচেতন হৈ পৰে বালিৰ ওপৰতে। এনে বিপদবোৰত তীৰ্থযাত্ৰীসকলক সৰ্বতোভাৱে সহায় কৰিবলৈ শিক্ষক

নৰেন দাসে তেওঁৰ স্কাউট বাহিনীক লৈ নন্দনপুৰত বৰনৈৰ পাৰত উপস্থিত থাকে।

এবাৰ এনে অষ্টমী স্নানৰ মেলাত ৰণবীৰে গৈ থাকোঁতে ৰাস্তাৰ ওপৰতে এটা ডাঙৰ টকাৰ মোনা পালে। লগত কোনো নাছিল। ইচ্ছা কৰিলে সেই টকাৰ মোনাটো আত্মসাৎ কৰিব পাৰিলেহেঁতেন। কিন্তু ৰণবীৰ এজন স্কাউট হৈ স্কাউটৰ প্ৰতিজ্ঞাবোৰ বৰ নিষ্ঠাৰে পালন কৰে। তেওঁ টকাৰ মোনাটো লৈ গৈ মহকুমাধিপতি কাৰ্যালয়ত জমা দিলে। মেলাৰ মাজত চৰকাৰী জাননী দিয়া হ'ল। মোনাৰ মালিকজনে টকাৰ মোনাটো হেৰাই পগলাৰ নিচিনা অ'ত ত'ত বিচাৰি ফুৰিছিল। জাননী শুনি মহকুমাধিপতিৰ কাৰ্যালয়লৈ গৈ টকাৰ স্বত্বখিনিৰ প্ৰমাণ দি নিজৰ বস্তুখিনি ঘূৰাই পালে। দেশ তেতিয়াও স্বাধীন হোৱা নাছিল। মহকুমাধিপতিজন চাহাব আছিল। চেমনীয়া ল'ৰা এজনৰ এনে সৎ আচৰণৰ শলাগ ল'লে। প্ৰশংসাপত্ৰ এখন ৰণবীৰক প্ৰদান কৰিলে। সেই ঘটনাটোৰপৰা স্কাউটৰ শিক্ষক নৰেন দাসে ৰণবীৰক লৈ গৰ্ব কৰিবলৈ ধৰিলে।

অকল স্কাউট হিচাপে নহয় ৰণবীৰ সকলো দিশতে পাৰ্গত। খেল-ধেমালিত যেনে অপ্ৰতিদ্বন্দ্বী, পঢ়াশুনাতো তেনে। স্কুলৰ প্ৰধান শিক্ষক মহেন্দ্ৰ শইকীয়াই যেতিয়া বিশ্বাস কৰে ৰণবীৰে স্কুল শিক্ষান্ত পৰীক্ষাত প্ৰথম দহজনৰ ভিতৰত আগশাৰীতে ঠাই কৰি ল'ব, তেতিয়া সেই বিশ্বাস অলীক নহয়। এই আত্মবিশ্বাস ৰণবীৰৰো আছিল। কিন্তু বিধি বাম হ'ল। পৰীক্ষা দিবলৈ গৈ গণিতৰ পৰীক্ষাৰ দিনা ৰণবীৰ তেজ-গ্ৰহণীত আক্ৰান্ত হোৱাৰ বাবে ঘনে ঘনে শৌচাগাৰলৈ যাবলগীয়া হ'ল আৰু ফলত মুঠে ৬০ নম্বৰৰ প্ৰশ্নৰ উত্তৰ কৰিবলৈহে সক্ষম হ'ল। ৰণবীৰে বাকী পৰীক্ষাবোৰত নবহে বুলিয়ে সিদ্ধান্ত লৈছিল। পিছে শইকীয়া চাৰৰ অনুৰোধত বাকী পৰীক্ষাবোৰতো বহিবলৈ বাধ্য হ'ল। ৰণবীৰে যেতিয়া উপলব্ধি কৰিলে যে গণিতত ইমান কম প্ৰশ্নৰ উত্তৰ দিয়াৰ পিছত পৰীক্ষাত প্ৰথম বা দ্বিতীয় হোৱাৰ সম্ভাৱনা নাই, তেতিয়া উদ্যম হেৰাই গ'ল। ৰণবীৰে ভাবিছিল সাধাৰণভাৱে পাছ কৰাতকৈ সেইবেলি বাকী পৰীক্ষাবোৰত নবহাই ভাল। সাধাৰণভাৱে পাছ কৰাত একো কৃতিত্ব নাই। প্ৰধান শিক্ষকৰ অনুৰোধত পৰীক্ষা দি উঠিলেও একো উৎসাহ বোধ নকৰিলে। উদ্যমহীনভাৱে পৰীক্ষা দিলে। প্ৰতিযোগিতাৰ ভাবকণ নিস্তেজ হ'ল। আগলৈও ইয়াৰ কুপ্ৰভাৱ পৰিল। পৰীক্ষা দিয়াৰ সময়ত একো উচ্চাকাংক্ষাৰ

ভাব মনত লৈ পৰীক্ষা দিবলৈ নবহে; গতানুগতিক ভাবেহে দিবলৈ বহে।

(২)

সমনীয়াসকলৰ ঈৰ্ষা উদ্রেককাৰী ৰণবীৰৰ ভাগ্য কোনোদিনে সুপ্রসন্ন নাছিল। ভাগ্যই তেওঁক চিৰদিনে উপহাস কৰি আহিছে। সেয়ে জীৱনত ঘাত, প্রতিঘাত, সংঘাতৰ মাজত পৰি এক যুদ্ধং দেহি মনোভাব পুহি ৰাখিছিল। তেওঁৰ ছাত্র-জীৱন, কৰ্মজীৱন, সংসাৰজীৱন সকলো ক্ষেত্রতে এক সংগ্রামী মনোভাব গঢ় লৈছিল।

ৰণবীৰৰ দেউতাক অম্বৰীশ দত্ত গাঁৱৰ স্কুল এখনৰ সাধাৰণ শিক্ষক আছিল। দ্বিতীয় মহাযুদ্ধৰ তাণ্ডৱে অম্বৰীশ দত্তৰ কোনোমতে চলা সংসাৰখনত বিপত্তিও আনিছিল। ৰণবীৰে আশা কৰা মতে ডাক্তৰি পঢ়োৱাৰ সামৰ্থ নথকা বাবে অম্বৰীশ দত্তই তেওঁক নিৰাশ কৰিবলৈ বাধ্য হৈছিল। ৰণবীৰৰ শৈক্ষিক বিপত্তিত ইয়াৰ অন্যতম কাৰণ। ধনীঘৰৰ দুলাল প্রদীপ ডেকা আছিল ৰণবীৰৰ সহপাঠী। তেওঁৰ কথাত ভোল গৈ ৰণবীৰে প্রথমতে কলিকতাত প্রদীপহঁতৰ ঘৰত থাকি পঢ়িবলৈ গ'ল। কিছুদিন পাৰ হ'ল। ৰণবীৰে বুজি পালে প্রদীপৰ মুখৰ কথা আৰু কামৰ মাজত কোনো মিল নাই। কলিকতাৰ জাকজমকতাৰ মাজত ব্যস্ত থাকি প্রদীপে লগতে অনা বন্ধুৰ খবৰ ৰাখিবলৈ পাহৰি গ'ল। খোৱা-লোৱাৰ কষ্ট, টকা-পইচাৰ অভাৱত ৰণবীৰে মোহময়ী কলিকতাৰ আকৰ্ষণৰ পৰা মুক্ত হৈ উভতি আহি ঘৰৰ ওচৰৰে কলেজ এখনত নাম লগালে। এনে লটি-ঘটি হোৱাত আই এছ চি পৰীক্ষাত বেছি ভাল ৰিজাল্ট কৰিব নোৱাৰিলে। কলিকতাৰ কলেজত যিটো পাঠ বছৰৰ শেহৰ পিনে পঢ়ুৱায়, যিখন কলেজৰ পৰা পৰীক্ষা দিলে তাত সেই পাঠটো শিক্ষাবৰ্ষৰ প্রথম ভাগতে পঢ়ুৱায়। এনেদৰে ৰণবীৰে বহুতো পাঠ শিকিব পৰাৰপৰা বঞ্চিত হ'ল। সেয়ে পৰীক্ষা ভাল নহ'ল। তাৰউপৰি আৰু এক লটিঘটি হ'ল পৰীক্ষাৰ ফলাফল ওলোৱাৰ সময়ত। এখন বিষয়ৰ পৰীক্ষাৰ বহি হেৰাই গ'ল। কম সময়ৰ জাননীত আকৌ নতুনকৈ পৰীক্ষাত বহিব লগা হ'ল। পৰীক্ষাৰ ফলাফল ওলোৱাত পলম হ'ল। ভবামতে কলেজত ভৰ্তি হ'ব নোৱাৰিলে। দ্বিতীয় মহাযুদ্ধৰ সময়। ডেকা ল'ৰাৰ বাবে বহুত ধৰণৰ কাম ওলায়। ৰণবীৰে এনেয়ে ঘৰত বহি নাথাকি যুদ্ধকালিন ৰচদ যোগোৱা কোম্পানি এটাৰ কামত সোমাল। এবছৰ কাম কৰি কিছু টকা সাঁচি পৰিকল্পনা মতে ডাক্তৰি শিক্ষা দিয়া স্কুল

এখনত ভৰ্তি হ'ল। দেউতাকে হাক দিবলৈ টান পালে। পুতেকৰ ইচ্ছাত বাধা নিদিলে। অ'ত-ত'ত চেষ্টা কৰি কিছু মাহিলি জলপানিৰ ব্যৱস্থা কৰি অম্বৰীশ দত্তই ৰণবীৰক সঁহাৰি জনালে।

নিৰ্ধাৰিত সময়ত ডাক্তৰি স্কুলৰপৰা কৃতিত্বৰে পাছ কৰি এল এম পি ডাক্তৰ হোৱাৰ যোগ্যতা অৰ্জন কৰিলে।

ইতিমধ্যে দেশ স্বাধীন হ'ল। স্বাধীনতাৰ আশীৰ্বাদ স্বৰূপ এসময়ৰ ডাক্তৰি পঢ়োৱা স্কুলখন কলেজলৈ উন্নীত হ'ল। এল এম পি স্বীকৃতপ্ৰাপ্ত চিকিৎসক সকলে এম বি বিএছ খিতাপ অৰ্জন কৰাৰ সুযোগ পালে। ৰণবীৰো কলেজত ভৰ্তি হ'ল। কলেজৰ ডিগ্ৰী লাভ কৰাৰ আগতে পিছে ৰণবীৰে এটা বিষম ভুল কৰি পেলালে— যিটো ভুল ৰণবীৰে কৰিব বুলি পৰিয়ালবৰ্গই কাহানিও ভবা নাছিল।

যিটো বয়সত ভুল হোৱাৰ সম্ভাৱনা বেছি থাকে, সেইটো বয়সতে ৰণবীৰে ভুল কৰিলে। সহজ, সৰল মনৰ মানুহবোৰেই জটিল সংসাৰৰ কুটিল গতিবিধি বুজিব নোৱাৰি ভুল কৰে। ৰণবীৰো সহজ সৰল মনৰ অধিকাৰী। সেয়ে ভুল কৰিলে। পঢ়া-শুনা শেষ কৰাৰ আগতেই প্ৰেমিকাৰ প্ৰেমৰ ফান্দত পৰি বিয়া কৰাবলৈ বাধ্য হ'ল। ৰণবীৰক নাপালে মালিনী হেনো বিহ খাই আত্মহত্যা কৰিব। এনে পৰিস্থিতিত সহজ-সৰল মনৰ প্ৰেমিকবোৰে যি কৰে ৰণবীৰে তাকে কৰিলে। মালিনীক কথা দিলে বিয়া কৰাব বুলি।

অম্বৰীশ দত্তই এদিনাখন চিঠি এখন পালে ৰণবীৰৰপৰা।

"পূজনীয় দেউতা,

আপুনি পঠোৱা টকা পালো। টকাৰ প্ৰাপ্তি সংবাদ দিবৰ বাবে আজিৰ এইখন চিঠি লিখিবলৈ বহা নাই। এটা গুৰুতৰ বিষয় লৈ পিতা-পুত্ৰৰ মাজত এক আলোচনা হওক ভাবি আজিৰ চিঠিখন লিখিবলৈ বহিছো। আপোনাৰ মনোবল আৰু উদাৰতা আনে নাজানিলেও পুত্ৰ হিচাপে মই জানো। পুত্ৰ হিচাপে আপোনাৰ এই গুণ দুটা মই কিমানখিনি অৰ্জন কৰিছো নাজানো। পিছে মই অপোনাৰ ওচৰত সত্য গোপন কৰি ৰাখিবলৈ ইচ্ছা কৰা নাই।

মালিনী নামৰ ছোৱালী এজনী মোক ভাল পায়। মই বিশেষ একো মন কৰা নাছিলো। তাৰ পিছত এদিনাখন গম পালো— ছোৱালীজনীৰ বিয়াৰ

বাবে অভিভাৱকসকলে অন্যত্ৰ চেষ্টা চলোৱাত আৰু ইপিনে মোৰপৰা একো সঁহাৰি নোপোৱাত তাই বিহ খাই আত্মহত্যা কৰিবলৈ ওলাইছিল। ঘটনাটো জানিবলৈ পাই মোৰ বিবেকত আঘাত লাগিল। ভাবিলো মইনো কি ইমান ডাঙৰ মানুহ যে কোনোবা এজনীৰ ভালপোৱাক উপেক্ষা কৰি তাইক মৰিবলৈ দিম। মই গৈ ছোৱালীজনীক কথা দিলো যে আত্মহত্যা কৰিব নালাগে। মই সময়ত তাইক বিয়া কৰাম।

এই ঘটনাটোৰ পিছত ময়ো তাইৰ প্ৰতি আকৃষ্ট হ'লো। মই জানো- যি মা-দেউতাই শৰীৰৰ তেজ পানী কৰি আমাক মানুহ কৰি তুলিবলৈ যত্ন কৰিছে তেওঁলোকৰ মনত দুখ দিলে অনুশোচনাত দগ্ধ হ'ম। কিন্তু তথাপি ছোৱালীজনীক মই যি কথা দিছো বিয়া কৰাম বুলি সেই কথা মই অক্ষৰে অক্ষৰে পালন কৰিম। মোৰ এই প্ৰতিজ্ঞাৰপৰা কোনেও মোক টলাব নোৱাৰিব। আপুনিও নোৱাৰিব।

নাজানো আপুনি মোক কিমানখিনি বুজি পাইছে— কিন্তু মই নিজক এই বুলি জানো যে মই উচ্চ বংশৰ সন্তান আৰু আপোনাৰ নিচিনা পিতাৰ পুত্ৰ হোৱা বাবে ইমানখিনি ত্যাগ আৰু সাহস কৰিব পাৰিছো।

পাৰে যদি আপুনি মোক ক্ষমা কৰিব। সেৱাৰে

ৰণবীৰ"

ৰণবীৰ দত্তৰ এইখন চিঠিয়ে অম্বৰীশ দত্তৰ সংসাৰত এটা যেন বোমা ফুটালে। ঘৰৰ শান্তি, মনৰ আনন্দ নষ্ট হ'ল। অম্বৰীশ দত্তই ৰণবীৰক ত্যাজ্য পুত্ৰ কৰিলে।

ৰণবীৰ দত্তই ভালদৰেই জানিছিল দেউতাকে কেতিয়াও সন্মতি নিদিয়ে। সন্মতি নিদিব এই কাৰণে যে ৰণবীৰৰ পঢ়া-শুনা সমাপ্ত হোৱা নাই। তাৰ আগতে সংসাৰ পতাটো সুবিবেচনাৰ কাম নহয়। জানিও ৰণবীৰে কিয় দেউতাকক চিঠিখন লিখিলে? লিখিলে— চুৰ কৰি মনে মনে মালিনীক বিয়া কৰাবলৈ খোজা নাই বাবে।

মালিনীক ৰণবীৰ দত্তই কথা দিয়া মতে বিয়া কৰালে। তেতিয়াৰ পৰা ৰণবীৰৰ জীৱনত সংঘাত আৰম্ভ হ'ল। দেউতাকে বহু চেষ্টা কৰি সংগ্ৰহ কৰা জলপানি বন্ধ হ'ল। দেউতাকেও টকা পঠোৱা বন্ধ কৰিলে। ইপিনে নতুন

বিবাহিত পত্নীৰ ভৰণ-পোষণ, লগতে আছে অৰ্ধ সমাপ্ত পঢ়া-শুনাৰ খৰচ, নিজৰ খোৱা-লোৱাৰ খৰচ। এল এম পি ডাক্তৰ হিচাপে চিকিৎসা কৰাৰ যোগ্যতা আছিল। সেই যোগ্যতাকণ লৈ ফাৰ্মাচি কেইখনমানত কাম কৰি কোনোমতে দিন নিয়াব ধৰিলে। চিকিৎসা বিজ্ঞানৰ লাগতিয়াল কিতাপ কিনিবলৈ পইচাও নাই। অ'ৰ ত'ৰ পৰা কিতাপ ধাৰ কৰি আনি পঢ়ি কোনোমতে পৰীক্ষা দিলে যদিও, সিমান সফল হ'ব নোৱাৰিলে। ভাল সফলতা লাভ কৰিবই বা কেনেকৈ? পঢ়াৰ সময় ক'ত? ফাৰ্মাচিবোৰত কাম কৰোঁতে কৰোঁতে নিতৌ বহু সময় ব্যয় হয়।

ইতিমধ্যে অম্বৰীশ দত্তৰ খং সাম কাটিলে। হেজাৰ হওক নিজৰে ঔৰষজাত সন্তান। অনাহাৰত, অৰ্দ্ধহাৰত থাকি পঢ়া-শুনা চলাই আছে- পিতৃমন ব্যাকুল হ'বই। নাতি ল'ৰা এটি হোৱাৰ খবৰো পালে। এদিনাখন যি পুত্ৰক ত্যাগ কৰিছিল, সেই পুত্ৰৰ অৰ্বাচিন কামক ক্ষমা কৰিলে। নাতি সৈতে বোৱাৰীক নিজৰ সংসাৰত নায্য ঠাই দিলে।

ৰণবীৰে চূড়ান্ত পৰীক্ষাত এটা বিষয়ত বেয়া কৰাত আকৌ পঢ়িব লগা হ'ল। ৰণবীৰৰ ধাৰণামতে যিটো বিষয়ত বেয়া কৰাত আকৌ পঢ়িব লগা হ'ল সেইটো তেনেই সহজ বিষয় আছিল। সেই বিষয়টোত কম বুদ্ধিৰ ছাত্ৰয়ো অকৃতকাৰ্য নহয়। প্ৰায়োগিক পৰীক্ষা লোৱা পৰীক্ষকজনৰ লগত কিবা কথাত ৰণবীৰৰ মতভেদ হোৱাত পৰীক্ষকজনৰ অসন্তোষভাজন হৈছিল। ৰণবীৰৰ বদ্ধমূল ধাৰণা তেওঁৰ এই অকৃতকাৰ্যতাৰে পৰিণাম' সংসাৰৰ লেঠাবোৰ থাকিলেও, পঢ়া-শুনাৰ পৰ্যাপ্ত সময় নাপালেও ৰণবীৰ মেধাৱী ছাত্ৰ। অকৃতকাৰ্য হোৱাৰ প্ৰশ্নই নুঠে। ছমাহ পিছত সেইটো বিষয়ৰ পৰীক্ষা দি অতি সহজে কৃতকাৰ্য হৈ ডাক্তৰী স্নাতক ডিগ্ৰী লাভ কৰে।

ইপিনে দেউতাকৰ আশীৰ্বাদ পুনৰ লাভ কৰি ৰণবীৰ যেন প্ৰাণ পাই পুনৰ জীৱিত হ'ল। এটা কথাত ৰণবীৰ দৃঢ় প্ৰতিজ্ঞ হ'ল। ভৱিষ্যতে কোনোদিন দেউতাকৰ মনত দুখ নিদিয়াৰ সংকল্প ল'লে। দেউতাকৰ জীৱনৰ শেষ দিনটো লৈ সেই প্ৰতিজ্ঞা আখৰে আখৰে পালিছিল।

(৩)

দেউতাক অম্বৰীশ দত্তৰ ক্ষমা পাই ৰণবীৰ দত্তৰ মনটো শান্ত হ'ল।

ভাবিছিল এতিয়াৰপৰা দিনবোৰ নিৰ্জঞ্জাল হ'ব আৰু সাবলীল গতিত চলিব। পিছে ভবামতে নহ'ল। ৰণবীৰ দত্তৰ জীৱনটো সংগ্ৰামৰ মাজেৰেই চলি থাকিল। নিজক এজন সুচিকিৎসক হিচাপে প্ৰতিষ্ঠিত কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰিলে। এই কামত ৰণবীৰৰ কোনো সহায় নাছিল। এয়া তেওঁৰ একক সংগ্ৰাম। ল'ৰা এটি আগতেই হৈছিল। এতিয়া ছোৱালী এজনীও হ'ল। আধুনিক সংসাৰৰ সংজ্ঞা মতে এটা ল'ৰা, এজনী ছোৱালী। বাচ্ সংসাৰ সীমাবদ্ধ। এনে পৰিয়ালেই আদৰ্শ পৰিয়াল। পতিব্ৰতা স্ত্ৰী, মৰমিয়াল পুত্ৰ-কন্যাক লৈ স্বাচ্ছন্দ্যৰ মাজত এখন সুখৰ সংসাৰ। আৰু নো কি লাগে? কিন্তু ৰণবীৰ দত্তৰ জন্মলগ্ন বোধকৰো শুভ নাছিল। সেয়ে ভাগ্যই উপহাস কৰিলে। এদিনাখন আত্মহত্যা কৰিব বুলি ভয় খাই যি গৰাকীক দেউতাকৰ ত্যাজ্যপুত্ৰ হৈও পত্নীৰূপে স্বীকাৰ কৰিছিল, তেওঁৰ দুটা সন্তানৰ মাতৃ হ'ল— সেইগৰাকী পত্নীৰ মনৰ চঞ্চলতা বিদূৰ নহ'ল। ইয়াৰ বাবে ৰণবীৰ দত্তয়ো অলপ দায়ী। নিজৰ চাকৰি জীৱনটোক সুপ্ৰতিষ্ঠিত কৰিবৰ বাবে ৰণবীৰে অক্লান্ত পৰিশ্ৰম কৰিলে; স্নাতকোত্তৰ ডিগ্ৰী লাভৰ বাবে মনপুতি পঢ়াশুনা কৰিবলৈ ধৰিলে। ল'ৰা-ছোৱালী, পত্নীৰ প্ৰতি উদাসীন হ'ল। ৰণবীৰ দত্তই উচ্চশিক্ষা লাভৰ বাবে দিল্লীলৈ গ'ল। ঘৰত সংগীহীনা পত্নী মালিনী দত্তই অকলশৰীয়া জীৱনটো লৈ অতিষ্ঠ হৈ উঠিল। সংগী বিচাৰিব ধৰিলে; অলপ চঞ্চলা হৈ উঠিল। সেই সম্পৰ্কে বহুত স্বাক্ষৰহীন চিঠিপত্ৰ ৰণবীৰ দত্তই পাব ধৰিলে। শেহত এদিন দিল্লীত পঢ়ি থকা অৱস্থাতে স্ত্ৰী-পুত্ৰ-কন্যাক লৈ গৈ লগতে ৰাখিলে। তাৰ পিছত এদিন উচ্চশিক্ষাৰ প্ৰশিক্ষণ শেষ হ'ল। পুনৰ কৰ্মস্থানলৈ উভতি আহিল। সংসাৰত শান্তি ঘূৰি আহিল।

(৪)

ৰণবীৰ দত্তৰ আছে এটি উদাৰ মন। তদুপৰি দেউতাকৰ ক্ষমা পোৱাৰ পিছত সেই যে প্ৰতিজ্ঞা কৰিছিল দেউতাকৰ অবাধ্য আৰু কেতিয়াও নহ'ব— সেই প্ৰতিজ্ঞা পালন কৰিবলৈ গৈ দেউতাকে যি কৈছিল তাকে শুনিছিল। অৰ্থাভাৱে তেওঁক জুৰুলা কৰিলেও দেউতাকৰ মনৰ ইচ্ছাবোৰ পূৰণ কৰিছিল— লাগিলে তাৰবাবে অৰ্থৰ নাটনিয়ে সংসাৰত অভাৱৰ মাত্ৰ বঢ়াওঁকে। আসন্ন প্ৰসবা ভনীয়েক এজনীক হাস্পাতালৰ সা-সুবিধা কৰি দি লগত ৰাখিবলৈ দেউতাকে ক'লে। সদ্য এমবি বিএছ পৰীক্ষা শেষ কৰি উঠিছিল মাত্ৰ। থাকিবৰ

উপযুক্ত ঘৰ নাই, আচবাবো নাই, ফাৰ্মাচিৰপৰা পোৱা টকাখিনিয়ে একমাত্ৰ উপাৰ্জন। তথাপি 'নোৱাৰো' বুলি নকলে। ঋণৰ বোজা স্বীকাৰ কৰি হ'লেও ভনীয়েকক লগত ৰাখিলে। সন্তান প্ৰসৱৰ পিছত সুস্থ কৰি যথাস্থানত ভনীয়েকক পঠাই দিলে। দেউতাকে ৰণবীৰক কৈছিল, "মীনা তোৰ আটাইতকৈ সৰু ভনী। মোৰ ইচ্ছা তাই এম এ পঢ়ক। পঢ়াৰ খৰচ তই দিব লাগিব।" ৰণবীৰ দত্তই বিনা দ্বিধাৰে তাকো মানি ল'লে, যদিও অৰ্থৰ নাটনিয়ে ৰণবীৰক জুৰুলা কৰিছিল। ভনীয়েকৰ বিয়াৰ বন্দৱস্ত হ'ল। তাতো ৰণবীৰ দত্তই আগবাঢ়ি আহি ঋণৰ বোজা বহুতখিনিয়ে স্ব-ইচ্ছাই কান্ধত লৈছিল।

ৰণবীৰ দত্তৰ মনৰ উদাৰতাৰ বাবে বেমাৰ দেখুৱাবলৈ অহাবোৰেও তেওঁক দেৱতা জ্ঞান কৰিছিল। বেমাৰীক চাই উঠি যদি গম পায় যে বেমাৰীজনৰ দৰব কিনিবৰ, পথ্য কিনিবৰ সামৰ্থ নাই ৰণবীৰে 'ভিজিট'ৰ পইচাতো নলয়েই ওলোটা দৰব আৰু পথ্য কিনিবৰ বাবে পকেটৰপৰা টকা উলিয়াই দিয়ে। বেমাৰীজনে কেনেকৈনো এনে দৰদী চিকিৎসকক পাহৰে? সহৃদয় চিকিৎসকজনক দেৱতাৰ আসনত নবহাই থাকিব পাৰে জানো? ৰণবীৰ দত্তৰ আৰ্থিক অৱস্থা তেতিয়া টনকিয়াল নাছিল। নতুনকৈ ডাক্তৰী পাছ কৰি ওলাইছে মাত্ৰ; কৰ্মজগতত থিতাপি ল'বকে পৰা নাই। তথাপি আৰ্থিক ক্ষতিক মনত ঠাই নিদিছিল। বেমাৰীক ভাল কৰি তুলিবৰ চিন্তাই আছিল একমাত্ৰ চিন্তা। দুখীয়া বেমাৰীবোৰৰ ওচৰত ৰণবীৰ দত্তৰ যশস্যাৰ সীমা নাই। দলে দলে সিহঁত বেমাৰ দেখুৱাবলৈ আহে। ভিৰ হয় ৰণবীৰ দত্তৰ চেম্বাৰত। দুখীয়া বেমাৰীবোৰৰ চিকিৎসা কৰিবলৈ গৈ ৰণবীৰে আৰ্থিক লোকচানো স্বীকাৰ কৰিবলগীয়া হয়। ৰণবীৰ দত্তৰ পিছে ইয়াৰ বাবে একো খেদ নাই। পইচা উপাৰ্জন কৰাটো তেওঁৰ লক্ষ্য নহয়। তেওঁৰ লক্ষ্য চিকিৎসক হিচাপে সুনাম অৰ্জন কৰা— যিটো ক্ষেত্ৰত আগলৈ তেওঁৰ খ্যাতি বিয়পি পৰে।

এবাৰ বুঢ়ী মানুহ এগৰাকীৰ চিকিৎসা কৰোঁতে ৰণবীৰ দত্তই চিন্তাগ্ৰস্ত হৈছিল। যিবোৰ দৰবৰ নাম লিখি দিয়ে নিশ্চিত জানে যে সেই দৰবপাতি সেৱন কৰিলে তেওঁৰ অসুখ ভাল হ'বই হ'ব। পিছে দিন যায় বুঢ়ী গৰাকীৰ অসুখ ভাল নহয়। ৰণবীৰ দত্ত চিন্তাগ্ৰস্ত হ'ল। অসুখটো ঠিকমতে ধৰিব পৰা নাই নেকি? বুঢ়ীগৰাকীৰ ওচৰত বহি সুধিলে, "আইতা, মই লিখি দিয়া দৰববোৰ ঠিকমতে খাইছে নে?" আইতাকে উত্তৰ দিলে, ঠিকমতে খাব পৰা

নাই অ' ডাক্তৰ বোপা।" শুনাৰ লগে লগে ৰণবীৰ দত্তৰ খং উঠি গ'ল, ক'লে, "আপুনি যদি মই লিখি দিয়া দৰব-পাতিবোৰ ঠিকমতে নাখায়, অসুখ কেনেকৈনো ভাল হ'ব? ঠিক আছে, খাব নালাগে, আইতা। কাইলৈৰ পৰা মযো আৰু নাহো।" খণ্ডত কোঠালিৰপৰা ওলাই আহিব খোজে।

"খং নকৰিবি অ' বাছা! দৰব-পাতিনো খাওঁ কেনেকৈ? মোৰ হাতত চোন পইচা পাতি একো নাই।"

বুঢ়ীগৰাকীৰ কথা শুনি ৰণবীৰ দত্তই থতমত খালে আৰু খং কৰাৰ বাবে লাজো পালে। পকেটৰ পৰা কিছু টকা উলিয়াই বুঢ়ীগৰাকীৰ হাতত দি ক'লে, "আইতা, এই টকাৰে কাৰোবাক দি দৰব-পাতি অনাই খাব। দৰব অনাৰ পইচা নাই সেই কথাটো মোক আগতে নজনালে কিয়? ঠিকমতে দৰব খালে আপুনি কেতিয়াবাই ভাল হৈ গ'লহেঁতেন। ইমানদিনে ভুগিব নালাগিলহেঁতেন।"

বুঢ়ীগৰাকী ভাল হ'ল। কিন্তু কিয় জানো ৰণবীৰ দত্তই সেই বুঢ়ীগৰাকীক নিজৰ আইতাকৰ নিচিনা ভাবি মাজে-সময়ে খবৰ কৰি থকা হ'ল। বুঢ়ীগৰাকী ভালে থাকিলে ৰণবীৰ দত্তক ইটো-সিটো খোৱা বস্তু বনাই দিয়া হ'ল। মানুহ হিচাপে, চিকিৎসক হিচাপে ৰণবীৰ দত্তৰ সুনাম চাটিফুটি গ'ল।

(৫)

স্ত্রী-পুত্র-কন্যাক লৈ ৰণবীৰ দত্তৰ সাংসাৰিক জীৱন শান্তি আৰু আনন্দৰ মাজত অতিবাহিত হ'ব লাগিছিল। কৰ্ম জীৱনৰ সুনাম, সুখ্যাতিয়ে ৰণবীৰ দত্তৰ জীৱনত এক আৰ্থিক স্বাচ্ছন্দ্য আনি দিছিল। এনে দিনো আছিল অৰ্থাভাৱত ৰণবীৰ দত্তই মৰণোন্মুখ পিতৃক প্ৰয়োজনীয় চিকিৎসাখিনি দিবলৈ অপাৰগ হৈছিল। কৰ্মজীৱনৰ সুখ্যাতিয়ে আৰু নিষ্ঠাই সেই অৰ্থাভাৱৰপৰা ৰণবীৰ দত্তক মুক্ত কৰি এক স্বাচ্ছন্দ্যময় জীৱনৰ শুভাৰম্ভ কৰিছিল। তথাপি ৰণবীৰ দত্তৰ জীৱন পৰিপূৰ্ণ হৈ নুঠিল। সকলো পায়ো একো নাপালে। পোৱাৰ বাবে অবিৰাম সংগ্ৰাম চলাইয়ে থাকিল। জীৱনত শান্তিৰ অভাৱ হ'লে সুখ, আনন্দ সকলো অৰ্থহীন। অশান্তিৰ মাজত থাকি সুখে পৰিতৃপ্তি নানে, আনন্দ নিৰানন্দত পৰ্যাবেশিত হয়। ৰণবীৰ দত্তৰ জীৱনটো সেয়ে অশান্তিৰ বিৰুদ্ধে সংগ্ৰাম চলাওঁতেই খৰচ হ'ব ধৰিলে। ছাত্ৰ জীৱনত ৰণবীৰ আছিল তীক্ষ্ণ বুদ্ধিৰ ল'ৰা। এই তীক্ষ্ণ বুদ্ধি থকা বাবেই ছাত্ৰ জীৱনত বহু বাধা বিপত্তি আহিলেও কৃতকাৰ্য হ'ব পাৰিছিল। ৰণবীৰ দত্তৰ দুখ তেওঁৰ

তীক্ষ্ণ বুদ্ধিৰ অধিকাৰী নহ'ল তেওঁৰ পুত্ৰ কন্যা দুটি। দৰিদ্ৰ দেউতাকৰ অৰ্থৰ অভাৱত ৰণবীৰ দত্তই আশা কৰা মতে ভাল কলেজত পঢ়িবৰ সুবিধা পোৱা নাছিল। আজি পিছে নিজৰ ল'ৰা-ছোৱালীহালক সুশিক্ষিত কৰি তুলিবৰ বাবে, সুশিক্ষা দিবৰ বাবে ভাল স্কুল-কলেজত পঢ়িবৰ সুবিধা কৰি দিবৰ নিচিনা অৰ্থ সংগতি ৰণবীৰ দত্তৰ আছে। কিন্তু দুৰ্ভাগ্য ল'ৰা-ছোৱালীহাল সেই সুযোগ গ্ৰহণ কৰাৰ যোগ্যতা আহৰণ কৰিবলৈ অসমৰ্থ। যেতিয়া আনৰ ল'ৰা-ছোৱালী কিছুমানৰ উজ্জ্বল কৃতিত্ব ৰণবীৰ দত্তৰ চকুত পৰে, নিজৰ ল'ৰা-ছোৱালীহাল উজুটি খাই খাই শিক্ষাৰ ক্ষেত্ৰত আগবঢ়াটোত ৰণবীৰ দত্তৰ অন্তৰখন হতাশাত ভাগি পৰে। একমাত্ৰ ল'ৰা বিশ্বজিত। বিশ্বক জয় কৰাতো দূৰৰ কথা, দেউতাকৰ অন্তৰখনকে জয় কৰিব পৰা নাই। কৰ্তৃপক্ষক ধৰি মেলি ভাল শিক্ষায়তন এখনত বিশ্বজিতক ভৰ্তি কৰোৱাৰ কষ্টখিনি অথলে যায়। পঢ়া শেষ কৰাৰ বাবে চাৰি পাঁচ বছৰ লগা সময়খিনিৰ ঠাইত বিশ্বজিতক লাগে দহ-বাৰ বছৰ। সি যি হওক কোনোমতে ডিগ্ৰী এটা ল'ব পাৰিলে। ল'ৰাৰ বয়স ভাটি যোৱা দেখি সংসাৰ পাতি দিয়াৰ দায়িত্বখিনিও স্বীকাৰ কৰি ল'লে ৰণবীৰ দত্তই।

জীয়েকৰ প্ৰতি দেউতাকৰ মৰম অলপ বেছি থাকে পুতেকৰ তুলনাত। সেই জীয়েকজনী যেতিয়া স্কুলীয়া শিক্ষা অলপ মজলীয়া কৃতিত্বৰে শেষ কৰে, ৰণবীৰ দত্তই আশা কৰিছিল যে ভৱিষ্যতে তাই হয়তো শিক্ষাগত অৰ্হতাৰে পিতৃক সুখী কৰিব পাৰিব; আনন্দ দিব পাৰিব। কিন্তু ৰণবীৰ দত্তৰ ভাগ্য সুপ্ৰসন্ন নাছিল। সেয়ে আশাকণো নিৰাশাত পৰিণত হ'ল। আশা কৰিছিল স্নাতক হোৱাৰ পিছত স্নাতকোত্তৰ ডিগ্ৰী লাভৰ বাবে জীয়েক ৰূপৰেখাই প্ৰচেষ্ট হ'ব। পিছে মনোমত বিষয় বাছনি কৰাৰ অৰ্হতা কম থকাত পঢ়াটোকে বাদ দিলে। ৰণবীৰ দত্তৰ আশা ভংগ হ'ল। ৰূপৰেখাৰ প্ৰতি এই প্ৰথম খং দেখুৱালে। "নপঢ় যদি বিয়াকে দিম।" তাকেই কৰিলে। হঠাতে এদিন ৰূপৰেখাৰ বিয়া স্থিৰ হ'ল। বিয়াও হৈ গ'ল।

(৬)

একো একোজন মানুহ এই পৃথিৱীত যেন সংগ্ৰাম কৰিবলৈহে আহে। জীৱনত প্ৰতিষ্ঠিত হ'বৰ বাবে সংগ্ৰাম, সংসাৰ পাতি সুখৰ মাজত থাকিবৰ বাবে সংগ্ৰাম, ল'ৰা ছোৱালীক মানুহ কৰি তুলিবৰ বাবে সংগ্ৰাম। ৰণবীৰ

দত্তৰ জীৱনটোও এনে এক সংগ্ৰামী জীৱন। ল'ৰা-ছোৱালীক সাধাৰণভাৱে হ'লেও শিক্ষিত কৰি তুলি সংসাৰ পাতি দিলে সংসাৰত পত্নীৰ বাহিৰে কাৰো প্ৰতি কোনো দায়িত্ব থাকিব নালাগিছিল। পিছে ভবা মতে জানো সকলো হয়? নহয়। ৰণবীৰ দত্তৰ জীৱনটোৱে তাৰ উদাহৰণ। ৰণবীৰ দত্তই সংসাৰৰ যুৱলি টনাৰ দায়িত্বৰপৰা অব্যাহতি নাপালে।

ৰূপৰেখাৰ বিবাহিত জীৱনটো সুখৰ নহ'ল। হয়তো ৰূপৰেখাৰ দোষ আছিল নতুন সংসাৰখনত মিলিব নোৱাৰা বাবে। হয়তো শহুৰৰ ঘৰখনৰো দোষ আছিল— বোৱাৰীক মানি ল'ব নোৱৰা বাবে। হয়তো বা পিতৃঘৰৰো দোষ আছিল— জীয়েকক নতুন সংসাৰখনত মিলি যাবৰ প্ৰেৰণা নিদিয়া বাবে। এদিন ৰূপৰেখাই চিৰদিনৰ বাবে পিতৃগৃহলৈ গুচি আহিল। ৰণবীৰ দত্তৰ দায়িত্ব বাঢ়ি গ'ল। স্বামী পৰিত্যক্তা জীয়েকৰ দায়িত্ব, দৌহিত্ৰক ডাঙৰ কৰি তোলাৰ দায়িত্ব। অৱসৰপ্ৰাপ্ত জীৱনটোক আকৌ কামত ব্যস্ত ৰাখিবলগীয়া হ'ল।

সমস্যাবোৰ একেলশাৰে নাহে। জীয়েক ৰূপৰেখাই পিতৃ-গৃহলৈ ঘূৰি আহি থাকিব লোৱাৰ লগে লগে পুত্ৰ বিশ্বজিতৰ মনোভাৱৰো সলনি হ'ল। দেউতাকৰ সম্পত্তিৰ একছত্ৰী অংশীদাৰ হোৱাৰ সপোনত ভাঙোন ধৰাৰ বাবেই বোধকৰো দেউতাকৰ ঘৰখনত এক অশান্তিকৰ পৰিবেশ সৃষ্টি কৰিবলৈ ধৰিলে। অভিভাৱকহীন ৰূপৰেখাক ত্যাগ কৰিব নোৱাৰে, বিশ্বজিৎ আৰু বোৱাৰী দম্পতীকো সন্তুষ্ট কৰিব নোৱাৰে। ৰণবীৰ দত্তৰ ত্ৰিশংকু অৱস্থা। পুত্ৰই যে বৃদ্ধ বয়সত দেউতাকক চাব এই আশা সমূলি বিনষ্ট হোৱাত, বয়সে প্ৰতিবন্ধকতা আনিলেও দ্বিগুণ পৰিশ্ৰম কৰি ৰণবীৰ দত্তই কামৰ মাজত আত্মোৎসৰ্গ কৰিলে। অৰ্থ সঞ্চয় যে কৰিবই লাগিব। নিজৰ অবিহনে পত্নীৰ বাবে, দৌহিত্ৰৰ বাবে। দৌহিত্ৰ মানসক পঢ়ুৱাই নিজৰ ভৰিত থিয় দিয়াব নোৱাৰালৈকে আজৰি ক'ত? সংসাৰৰপৰা পৰিত্ৰাণ ক'ত?

ৰূপৰেখাৰ সমুখত জীৱনটো পৰি আছে। এনেকৈ পতি বিচ্ছেদ হৈ ৰৈ জীৱনটো একেলশাৰে চলাব নোৱাৰি। এদিনাখন মনৰ মিল থকা পুৰুষ এজনক লগ পালে। পৰিচয় হ'ল ঘনিষ্ঠতা বাঢ়িল। শেহত ৰূপৰেখাই দ্বিতীয়বাৰ বিবাহপাশত আবদ্ধ হ'ল। ভাল এটিও হ'ল। ৰণবীৰ দত্তই ভালদৰেই মুক্তি পালে প্ৰথম দৌহিত্ৰ মানসৰ সম্পূৰ্ণ দায়িত্ব এতিয়া ৰণবীৰ দত্তৰ কান্ধত।

যিটো বয়সত কামৰপৰা অৱসৰ লৈ মানুহে নাতি-নাতিনীৰ লগত ৰং-ধেমালি কৰি আনন্দমুখৰ পৰিবেশত আৰামৰ জীৱন অতিবাহিত কৰে, সেই বয়সত দায়িত্ব আৰু কৰ্তব্য পালনৰ হেঁচাত ৰণবীৰ দত্তই অৰ্থ উপাৰ্জনৰ বাবে দ্বিগুণ, ত্ৰিগুণ পৰিশ্ৰম কৰিবলৈ বাধ্য হ'ল। পত্নী মালিনী বহুদিনৰ পৰাই বুকুৰ অসুখত ভুগি আছে। অসুখ লৈয়ে সংসাৰৰ ভিতৰুৱা কামবোৰ মালিনীয়ে চলাই থাকে। ৰণবীৰ দত্তই ঘৈণীয়েকৰ অসুখ আৰু অসুস্থতাৰ ওপৰত সদা জাগ্ৰত দৃষ্টি ৰাখে। ৰণবীৰ দত্তৰ চিকিৎসাৰ অধীনত থাকিয়ে মালিনীয়ে বুকুৰ বিষ লৈ সংসাৰখন চলাই আছিল। কৰ্মক্লান্ত স্বামী, অসহযোগী পুত্ৰ, অনমনীয়া কন্যা, ঈৰ্ষাপৰায়ণ বোৱাৰী, অবুজন নাতি-নাতিনী সকলোৰে স্বাচ্ছন্দ্যৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখি সংসাৰৰ লাগতিয়াল কৰ্তব্যখিনি কৰি গৈছিল। পিছে অলপতে খং উঠা মালিনীয়ে সকলো কাম নিয়াৰিকৈ কৰিব পাৰিলেও ঘৰৰ শান্তি অটুত ৰখাত ব্যৰ্থ হৈছিল। এনে খঙাল প্ৰকৃতিৰ তাতে অসুখত ভুগি ভুগি মেজাজ আৰু বেছি উগ্ৰ হৈছে। বোৱাৰী দীপ্তিৰ বহুত কথা, বহুত চাল-চলন সহ্য কৰিব নোৱাৰে। কাজিয়া লাগি যায়। এই লৈ ঘৰৰ ভিতৰত অশান্তি। এই অশান্তিৰ পৰা হাত সাৰিবলৈ একেখন ঠাইতে দুখন ঘৰৰ ব্যৱস্থা কৰিলে ৰণবীৰ দত্তই। দৌহিত্ৰ মানসক লৈ নিজে সপত্নীক থকাৰ বাবে নতুনকৈ সাজি উলিওৱা নিজা ঘৰ এটি আৰু পুতেক বোৱাৰীয়েকৰ থকাৰ বাবে বেলেগ এটি ভাড়া ঘৰ। যিদিনাৰপৰা জীয়েক ৰূপৰেখাই মানসক লৈ শহুৰৰ ঘৰ এৰি, পতিক এৰি মাক-দেউতাকৰ স্নেহছায়াত আহি জিৰণি ল'বলৈ ধৰিলে সিদিনাৰপৰাই তিৰোতা সেৰুৱা পুতেক বিশ্বজিত আৰু ঈৰ্ষাপৰায়না বোৱাৰী দীপ্তিক লৈ ৰণবীৰ দত্তৰ ঘৰখনত অশান্তিৰ জুইকুৰা দপদপকৈ জ্বলি উঠিল। বিশ্বজিতৰ জীয়েকতকৈ ৰূপৰেখাৰ পুত্ৰক বেছি মৰম কৰা কণত সন্দিহান হৈ বোৱাৰী দীপ্তিৰ মনত এক ধৰণৰ ঈৰ্ষাই ঠাই লৈছিল। প্ৰতিক্ৰিয়া বিশ্বজিতৰ মনতো প্ৰতিফলিত হ'ল। শাহুৱেক মালিনীৰ লগত বোৱাৰী দীপ্তিৰ বাদানুবাদৰ এয়াই সূত্ৰপাত। ঘৰৰ অশান্তিত অতিষ্ঠ হৈ এদিনাখন ৰণবীৰ দত্তৰ ধৈৰ্যৰ বান্ধ ছিঙি গ'ল। পুত্ৰ আৰু বোৱাৰীক বেলেগে থকাৰ ব্যৱস্থা কৰি দিলে। বিশ্বজিত আৰু দীপ্তিৰ সংকীৰ্ণ মনত এইখিনি কথাও বিবেচনাৰ যোগ্য নহ'ল যে দেউতাকৰ মৰমৰ পৰা বঞ্চিত অকণমানি মানসৰ বাবে ককাক আৰু আইতাকে বেছি চিন্তিত। মানস যাতে পিতৃৰ মৰমৰ অভাৱকণ অনুভৱ কৰিব নোৱাৰে তাৰবাবে ককাক আৰু আইতাকে

মৰমেৰে মানসক আন অভাৱবোৰ পাহৰাই ৰাখিব বিচাৰে। সেয়ে মৰমৰ আতিশয্যও স্বাভাৱিক।

ৰণবীৰ দত্তৰ লগত তৰ্ক কৰোঁতে বিশ্বজিতে এবাৰ অনুযোগ কৰিছিল, "মই নিজেতো কইনা বাছি বিয়া কৰোৱা নাই! তোমালোকেই কইনা পছন্দ কৰি মোৰ বিয়াখন পাতি দিছা। ছোৱালীৰ স্বভাৱ, চৰিত্ৰ, প্ৰকৃতি নাজানি ভুল কৰিলে সেই ভুল তোমালোকৰ; মোৰ নহয়। আজি তাইৰ অসহিষ্ণু স্বভাৱৰ বাবে যদি ঘৰখনত অশান্তি দেখা দিছে তাৰবাবে মইতো দায়ী নহওঁ। তাইক মোৰ লগত যুৰি দিছা। মইতো এতিয়া তাইক এৰিব নোৱাৰো। আজি ৰূপৰেখাৰ স্বামীয়ে তাইক পৰিত্যাগ কৰিছে। তোমালকে জানো কথাটোত ভাল পাইছা? জোৱায়েকে স্বামীৰ কৰ্তব্যত হেলা কৰা বাবে তোমালোকে জানো তাক বেয়া পোৱা নাই? মোকো স্ত্ৰী পৰিত্যাগ কৰি তেনে কাম কৰিবলৈ কোৱা নেকি?"

ৰণবীৰ দত্তৰ যুক্তিবাদী মনে বিশ্বজিতৰ যুক্তি খণ্ডন কৰিবলৈ নোৱাৰিলে। পুত্ৰ আৰু বোৱাৰীয়েকক ত্যাগ নকৰিলেও একেখন ঘৰত ৰাখি অশান্তিৰ জুইকুৰা জ্বলি থাকিবলৈ দিয়াতকৈ বেলেগে ৰখাৰ ব্যৱস্থা কৰিলে।

(৭)

সংসাৰৰ এশ এবুৰি জুলুম, যন্ত্ৰণা আৰু অশান্তিত এদিনৰ খেলুৱৈ মনোবৃত্তিৰ ৰণবীৰ দত্তৰ তজবজীয়া মনটো শৰীৰৰ লগে লগে বুঢ়া হ'ল। অলপ কথাতে ধৈৰ্য্য হেৰোৱা হ'ল; অলপ কথাতে অসন্তোষ প্ৰকাশ কৰা হ'ল; অলপতে খং উঠা হ'ল। ৰণবীৰ দত্ত কৃতি চিকিৎসক। অ'ত ত'ত অধিবেশনবোৰত যাবলগীয়া হয়। ব্যস্ত জীৱনটো সৈয়ে থাকিবলৈ ভাল পোৱা হ'ল।

অশান্তিৰ মাজত যুঁজ দিয়ে সংসাৰখন চলি আছিল। এদিনাখন সেই সংসাৰত এক সৰ্বনাশ উপস্থিত হ'ল। অসুখীয়া পত্নী মালিনীৰ বুকুৰ অসুখটো বাঢ়ি গ'ল। ৰণবীৰ দত্তই চিকিৎসা আৰম্ভ কৰাৰ আগতেই শেষ নিঃশ্বাস ত্যাগ কৰিলে। মালিনীয়ে অশান্তিময় পৰিৱেশৰপৰা মুক্তি পালে। কিন্তু ৰণবীৰ দত্ত? সংসাৰত তেনেই অকলশৰীয়া হ'ল। এতিয়াৰপৰা একাধাৰে মানসৰ ককা আৰু আইতাকৰ দায়িত্ব পালন কৰিব লগা হ'ল। পুত্ৰ বিশ্বজিতে মৃতা

মাকৰ পাৰলৌকিক কামবোৰ যথাযথ পালন কৰিলে হয়; কিন্তু সেইখন ঘৰত ঘৈণীয়েকক লৈ আনি সংসাৰ চলোৱাৰ দায়িত্ব ল'বলৈ সন্মত নহ'ল।

পত্নীবিহীন সংসাৰ এখন চলোৱাৰ সম্পূৰ্ণ দায়িত্ব এতিয়া ৰণবীৰ দত্তৰ অকলশৈই। তেওঁৰ সংগ্ৰামৰ শেষ নাই। শৰীৰটো মাটিৰ পৃথিৱীত নৰখালৈকে তেওঁৰ এই একক অবিৰাম সংগ্ৰাম চলিয়ে থাকিব। তেওঁ যে ৰণবীৰ। তেওঁ যে যোদ্ধা। ❑

# সৰলা

সৰলা নামতো সৰলা, কামতো সৰলা, স্বভাৱতো সৰলা। কি ভাবিনো দেউতাকে এনে সাৰ্থক নাম ৰাখিলে! সৌৰকণী মতে তেওঁৰ নামৰ আদ্যাক্ষৰ 'স' হলেও 'স'-'দি আৰম্ভ হোৱা বহুত নাম আছে— যেনে সৰমা, সৰোজিনী, সৰোজা, সৰস্বতী, সত্যভামা। পিছে দেউতাকেনো সৰলা নামটো কিয় ৰাখিলে? দেউতাক অৰিন্দম দাসে নিজেও হয়তো ইয়াৰ সদুত্তৰ দিব নোৱাৰিব।

আচৰিত ধৰণৰ সৰল ছোৱালী সৰলা। ককাই-ভাই, বাই-ভনী সকলোৱে তেওঁৰ এই সৰল স্বভাৱৰ সুযোগ লৈ তেওঁক জোকাই থাকে। খং পিছে তেওঁৰ নুঠে। সকতে মাত্ৰ এজনীৰ ওপৰতহে তেওঁৰ খং উঠিছিল; তেওঁৰ সৰু ভনী বিমলাৰ ওপৰত। বয়সত ডাঙৰ হোৱাৰ মৰ্য্যাদাত চাগে সৰু ভনীয়েকে জোকালে তেওঁৰ আত্ম-সম্মানত লাগিছিল। ভনীয়েকৰ লগত তৰ্ক কৰিছিল, কাজিয়া কৰিছিল।

কথাই কথাই বাজি ধৰা সৰলাৰ এটি চাৰিত্ৰিক দুৰ্বলতা। সৰলাৰ সৰল মনটোৰ সুযোগ লৈ ককায়েকহঁতে সৰলাক বাজি ধৰিবলৈ প্ৰলোভিত কৰে। সৰলাই অতি সহজতেই প্ৰলোভনৰ টোপ গিলে। ডাঙৰ ককায়েক অৰূপে জোকায়— "সৰলা, তই যদি এমুঠি নিমখ এবাৰতে খাব পাৰ তোক মই চাৰি অনা পইচা দিম।" এনে বাজিৰ কথা, তাতে পইচা! সৰলা বাজি হৈ যায়। এক মুঠি নিমখ একে গৰাহতে খাই দিয়ে। খাই পিছে বতিয়াই বতিয়াই তৎ নাপায়। ককায়েকৰপৰা চাৰি অনা পইচা আদায় কৰিবলৈ হ'লে নাপাহৰে। ওচৰতে থকা প্ৰায় সমনীয়া মামাকৰ ল'ৰা বিভাসে সৰলাক কয়, "সৰু তই এই নাদৰপৰা এবাল্টি পানী তুলি খাব পাৰিবি নে? পাৰিলে তোক মই চাৰি অনা দিম।" আকৌ বাজিৰ প্ৰলোভন! নাদৰ পানী তোলা বাল্টিটোত কমেও তিনি লিটাৰ পানী ধৰে। প্ৰথমে খৰকৈ পিছত লাহে লাহে পি পানী বাল্টি শেষ কৰে। পি উঠিয়ে পিছে খাঁহনিৰ ওপৰতে পৰি ছটফটায়— পেটটো

উক-ঢুক কৰা বাবে। বিভাসে ভয় খায়— "কিয়নো আঁকৰীজনীক বাজিৰ প্ৰলোভন দেখুৱালো? এতিয়া বা কি হয়?" সৰলাক কয়, 'সৰ' আঙুলি কেইটা মুখৰ ভিতৰত সুমুৱাই দি বতিয়াই দে। পানীখিনি ওলাই আহিব। পেটটো ঢিলা হ'ব।" সৰলাই সেইমতে কৰে। আৰাম পায়। পিছে বিভাসৰপৰা বাজিৰ পইচা চাৰি অনা ল'বলৈ নাপাহৰে।

এনেকুৱা আজলী সৰলাক লৈ দেউতাক অৰিন্দম দাসৰ বৰ চিন্তা। মানুহে তাইৰ সৰল স্বভাৱটোৰ সুৰুঙা লৈ তাইৰ জীৱনটোক নঠগিলেই ঈশ্বৰৰ কৃপা।

সংসাৰৰ বহুত বিষয়ত সৰলা তেনেই অজ্ঞ। ডাঙৰ বায়েকৰ ল'ৰা এটা হোৱাৰ সময়ত সৰলা বায়েকৰ লগত আছিল আই এ পৰীক্ষা দিবৰ বাবে। সদ্যজাত কেঁচুৱা কেতিয়াও ইয়াৰ আগতে দেখা নাছিল। সৰলাৰ তলত সৰু ভনী এজনী থাকিলেও ভনীজনীৰ জন্মৰ সময়ত সৰলা নিজেই ইমান সৰু আছিল যে সদ্যজাত কেঁচুৱা কেনে হয় সেয়া মনত নাই। আনে যি ক্ষেত্ৰত বহুত কথা জানে, সৰলাৰ সাংসাৰিক অনভিজ্ঞতাই তেওঁক বহুত বিষয়তে অজ্ঞ কৰি ৰাখিছিল। সদ্যজাত কেঁচুৱাটোক চাবলৈ গৈ কেঁচুৱাৰ চকু মেল খোৱা দেখি আচৰিত হৈ নিজৰ মনোভাৱ ব্যক্ত কৰিছিল, "আও ইয়াৰ দেখোন চকু দুটা মেল খোৱা।" কুকুৰ, মেকুৰীৰ পোৱালিবোৰৰ চকু জন্মৰ কেইদিনমান পাছতহে মেল খায়— সেয়া জানে, কিয়নো সৰলাই কুকুৰ আৰু মেকুৰী পোৱালিবোৰক বৰ মৰম কৰি পুহিছিল। সেই অভিজ্ঞতাৰ ভেটিত ধৰি লৈছিল মানৱ শিশুবোৰৰ চকু জন্মৰ কেইদিন মান পাছতহে মেল খায়। সৰলাই নিজৰ অজ্ঞতাৰ পৰিচয় দি উপস্থিত সকলোৰে হাঁহিয়াতৰ পাত্ৰী হৈছিল।

কুকুৰ আৰু মেকুৰীৰ পোৱালিবোৰ সঁচাকৈয়ে সৰলাৰ বৰ প্ৰিয় আছিল। বিশেষকৈ কুকুৰৰ পোৱালি। মামাকৰ ল'ৰা বিভাসে নিজৰ বাবে এটা মতা কুকুৰ পোৱালি আনিলে, সৰলাৰ বাবেও এজনী মাইকী কুকুৰ পোৱালি আনি দিবই। কুকুৰ পোৱালিটোৰ যত্ন লৈয়ে সৰলা ব্যস্ত থাকে। পোৱালিটোৰ গাতো যদি ওকণি হয়, ওকণিৰ উৎপাতত গাত ঘাঁ হয়— সৰলাই মাক আৰু আইতাকে দিহা দিয়া মতে কেঁচা হালধি পিহি পোৱালিটোৰ গাত সানি দিব। এবাৰতো এই লৈয়ে ঘৰত হুলস্থূল লাগিল। সৰলাৰ সৰু ককায়েক

অপূৰ্বই কুকুৰ আৰু মেকুৰীৰ পোৱালিবোৰক বৰ ভয় কৰে। সবলাৰ সেই গাত হালধি সনা কুকুৰ পোৱালিটো ওকণিৰ উৎপাতত কেউ কেউ কৰি কাপোৰ থোৱা আলনাডালৰ ওচৰতে গৈ লুকাই থাকোঁতে জোতা পিন্ধিব ধৰা অপূৰ্বৰ ভৰিৰ তলত সোমালেগৈ। অপূৰ্বই ভয়তে জোতা পাতেৰে এনেদৰে কুকুৰ পোৱালিটোক কোবালে যে অকণমান কুকুৰ পোৱালিটো মৰি থাকিল। কুকুৰ পোৱালিটো মৰাত সবলাৰ কি কান্দোন! কান্দিলেও যিমান, খঙত ককায়েকক গালিও পাৰিলে তিমান। ককায়েকৰ ওচৰত জিদ ধৰিলে, "এতিয়াই মোক কুকুৰ পোৱালি এটি আনি দিবই লাগিব।" কুকুৰ পোৱালিটো মৰি যোৱাত অপূৰ্বয়ো নিজে অলপ দোষ কৰা যেন পালে। কথা দিলে, সোনকালেই কুকুৰ পোৱালি এটা আনি দিব বুলি তেহে সবলাৰ কান্দোন থামিল। কেইদিনমান পিছত সঁচাকৈয়ে ডাঙৰ কুকুৰ পোৱালি এটা আনি দি অপূৰ্বই কথা ৰাখিছিল। সবলাৰ অন্তৰত স্ফূৰ্তি নধৰা হ'ল। এয়াই সবলা অবোধ জন্তু-জানোৱাৰৰ নিচিনাই অবোধ। এয়াই সবলাৰ সবল অন্তৰকৰণৰ অভিব্যক্তি।

মানুহে যি কয়, যেনেদৰে বুজায়, সবলা তেনেদৰেই বুজে, তেনেভাবেই বিশ্বাস কৰে। আই এ পৰীক্ষা দিয়াৰ সময়ত সবলাই আনক দেখি কাম কৰিবলৈ গৈ একৰমক বিপদতে পৰিছিল। সবলাৰ লগত কেইজনমান বয়সীয়াল ছাত্ৰ-ছাত্ৰী কলেজত পঢ়িছিল। বহুদিনৰ বিৰতিৰ পিছত কলেজত নাম লগাইছিল। বয়সৰ দোষতে হওক বা বহুদিনৰ অনভ্যাসৰ বাবেই হওক পাঠবোৰ মনত নাথাকে বাবে বজাৰত ওলোৱা একধৰণৰ স্মৃতিশক্তি বৰ্দ্ধক টনিক 'ব্ৰেনোলিয়া' খাবলৈ লৈছিল। সবলাই গম পালে। সবলাই স্মৃতি শক্তি বঢ়াবৰ বাবে তেওঁলোকৰ কথামতে সেই টনিক খালে। খাইতো হিতে বিপৰীতে হ'ল। কোনোদিনে খাই নোপোৱা টনিক খাই গাটো বাই-ভাই কৰিব ধৰিলে, টোপনি নধৰা হ'ল। পিছদিনা পৰীক্ষা আছিল টোপনি নহা ভাবটো মনত অহাত টোপনি আৰু নহাই হ'ল। মূৰ গৰম হ'ল। বায়েকৰ ল'ৰা এজনৰ জন্মৰ বাবে মাক আছিল লগতে। মাকৰ ওচৰত গৈ কান্দো কান্দো হৈ আবদাৰ ধৰিলে, "অ' মা মোৰ ঘুমটিটো আনি দে।" মাকে আৰু কি কৰিব? মূৰত তেল-পানী দি বিছি বিছি সবলাৰ টোপনি অনাৰ যত্ন কৰিলে। শেহৰাতি সবলা টোপনি গ'ল। পৰীক্ষা দিবলৈ যোৱাৰ সময় হোৱাত সবলাক উঠাই দি পৰীক্ষা-হলত

লৈ যোৱা হ'ল। আধা টোপনি, আধা সাৰে থাকি পৰীক্ষা কেনে দিলে তাক ক'ব নোৱাৰা হ'ল। ভাগ্য ভাল আছিল সৰলাই সেই বেলি পাছ কৰিলে।

(২)

সৰলাৰ এই সৰল স্বভাৱেই এদিনাখন এজন ডেকা ল'ৰাক সৰলাৰ কাষ চপাই আনিলে। যি সৰলতাৰ বাবে সৰলাই নিজৰ ঘৰত সকলোৰে উপহাসৰ পাত্ৰী হৈছিল— সেই সৰল স্বভাৱেই নগৰীয়া কৃত্ৰিমতাৰ মাজত থাকি অতিষ্ঠ হোৱা কাৰোবাক সৰলাৰ প্ৰতি আকৃষ্ট কৰিলে। সমৰ চৌধুৰীয়ে সৰলাক ভাল পালে; সৰলায়ো সমৰ চৌধুৰীৰ প্ৰেমত পৰিল। বদলিৰ চাকৰিয়াল সমৰ চৌধুৰীয়ে দূৰলৈ বদলি হৈ যোৱাৰ পিছত পৰস্পৰৰ মাজত চিঠি-পত্ৰৰ আদান-প্ৰদান চলিল। সৰলা আৰু সৰু ভনী বিমলাৰ মাজত কোনো গোপনীয়তা নাছিল। ইজনীৰ চিঠি সিজনীয়ে পঢ়াটোত একো দোষ নেদেখিছিল দুয়োজনীয়ে। পিছে সৰলালৈ লিখা সমৰৰ চিঠিবোৰ পঢ়ি চতুৰ বিমলাই বুজি পালে এয়া প্ৰেম পত্ৰ; তাই পঢ়াটো সমীচীন নহয়। সৰলাই পিছে ভনীয়েকক কোনোদিনে নকলে, "তই এইবোৰ পঢ়িব নালাগে।" বিমলাই নিজেই পঢ়াৰ পৰা বিৰত থাকিল। প্ৰেমৰ আদান-প্ৰদান চিঠি পত্ৰৰ মাজেৰেই চলিয়ে থাকিল। এনে চিঠি লৈয়ে এবাৰ সৰলাই লাজত পৰিছিল। বি এ পৰীক্ষা দি উঠি সৰলাই মাহীয়েকৰ ঘৰলৈ ফুৰিবলৈ গৈছিল। যোৱাৰ আগতে সমৰক ঠিকনাটো জনাইছিল যাতে সময় মতে চিঠি পায়। মহাক আৰু মহাকৰ ককায়েক একেলগে থাকে। মহাকৰ ভতিজাজনীৰ নামো সৰলা। সমৰৰ চিঠি সেই ঠিকনাত অহাত মহাকৰ ভতিজাজনীক- কোনেনো তাইক চিঠি দিলে ভাবি— চিঠিখন খুলি পঢ়ি অবাক হ'ল। সমৰ নামৰ কোনো ল'ৰাকতো তাই চিনি নাপায়। পিছত গম পালে সেইখন চিঠি ফুৰিবলৈ যোৱা সৰলাৰহে। গোটেই ঘৰ মানুহে সৰলা আৰু সমৰৰ প্ৰেমৰ কথা জানিব পাৰিলে। সৰলা অলপ অপদস্থ হ'ল। বৰ লাজো পালে।

প্ৰেমত পৰাত সৰলাৰ পঢ়াশুনাত মনোযোগ ব্যাহত হ'ল। কলেজৰ বছৰেকীয়া পৰীক্ষাত ভালদৰে কৃতকাৰ্য হ'ব পৰা নাছিল। দেউতাক অৰিন্দম দাসৰ সন্দেহ হ'ল— তাই জানো বি-এ পাছ কৰিব পাৰিব? সেয়ে শুচৰৰে গাঁৱৰ স্কুল এখনত চাকৰি এটাৰ খবৰ ওলোৱাত সৰলাক তাতেই কামত

যোগ দিবলৈ পঠিয়াই দিলে। কলেজৰ অধ্যক্ষই সৰলাক বৰ মৰম কৰিছিল। উপদেশ দিছিল পঢ়াশুনা আধৰুৱা কৰি কাম কৰিবলৈ যাব নালাগে বুলি। ডিগ্ৰীটো লাভ কৰিব পাৰিলে আগলৈ চাকৰি কৰাৰ বহুত সুযোগ ওলাব। কিন্তু সৰলাই দেউতাকৰ মুখৰ ওপৰত একো ক'ব নোৱাৰিছিল। দেউতাকে লগত এজনী বয়সীয়াল মাইকী মানুহ পঠাই দিলে। গাঁও যে গাঁও একেবাৰে অজগাঁও। জংঘলৰ মাজত নতুনকৈ পতা মজলীয়া স্কুল এখন। দিনতে বাঘৰ গোঁজৰণি শুনিবলৈ পোৱা যায়। বাঘৰ গোঁজৰণি শুনি পেটলৈ ভাতে নোসোমায়। তিনি-চাৰিদিন পিছত সৰলাই মাইকী মানুহজনীক লৈ গুচি আহিল। দেউতাকৰ ধমকৰ ভয় আছিল; কিন্তু তাতোকৈ ভয় আছিল বাঘৰ কবলত পৰি প্ৰাণ যোৱাৰ। সৰলা গুচি আহিল। উপাৰ্জনৰ পইচা নালাগে। প্ৰাণটো থাকিলে আগলৈ নিশ্চয় উপাৰ্জনৰ বাট ওলাব। দেউতাক অৰিন্দম দাসে পেটে পেটে ভাল নাপালেও কিনো কৰিব? জীয়েকৰ বাঘৰ ভয়টোকতো আৰু আঁতৰাব নোৱাৰে।

সৰলাই আকৌ কলেজলৈ অহা-যোৱা কৰিবলৈ ধৰিলে কেইমাহমান খুব মনপুতি পঢ়িলে। বি-এ পৰীক্ষা দিলে। কৃতকাৰ্য হ'ল।

সৰলাৰ কৰ্মযোগ বৰ ভাল। সহজতে চাকৰি পায়। ঘৰৰপৰা দূৰৈৰ স্কুল এখনত কাম পালে। কিছুদিন কাম কৰিলে। ইতিমধ্যে দেউতাকে গম পালে তেওঁৰ আজলী ছোৱালীজনী কাৰোবাৰ প্ৰেমত পৰিছে। প্ৰেমিক ল'ৰাজনৰ অভিভাৱকে বিয়াৰ প্ৰস্তাৱ আগবঢ়ালে । বংশ, গোত্ৰ ভাল দেখি অৰিন্দম দাসেও ৰাজী হৈ গ'ল। বহাগৰ এটি শুভদিনত সৰলা আৰু সমৰ চৌধুৰীৰ বিয়া হৈ গ'ল।

(৩)

সমৰ চৌধুৰী আৰু সৰলাৰ যুগ্ম জীৱন সুন্দৰভাৱে অতিবাহিত হ'ব ধৰিলে। সৰলাৰ সহজ-সৰল স্বভাৱে শহুৰৰ ঘৰখনৰ বহুতৰে মন মুহি পেলালে। অৰিন্দম দাসে যিটো ভয় কৰিছিল— "মোৰ এই আজলী ছোৱালীজনীয়ে পাৰিবনে ঘৰ-সংসাৰ চলাবলৈ?" সেই আশংকা মিছা হ'ল। সমৰৰ অভিভাৱকত্বত সৰলা সু-গৃহিনী হ'ল। ঘৰ চলাবলৈ শিকিলে। সময়ত ছোৱালী এজনী হ'ল; নাম ৰাখিলে বন্যা। কেইবছৰৰ ব্যৱধানত ল'ৰা এটিৰো জন্ম হ'ল; নাম ৰাখিলে সৌৰভ। সৰলাৰ সংসাৰখন ভৰিল।

সমৰ চৌধুৰী ঘৰৰ ডাঙৰ ল'ৰা নাছিল। সেয়ে পিতৃ-গৃহৰ দায়িত্ব ল'বলগীয়া নহৈছিল। সমৰ আৰু সৰলাই নিজৰ ল'ৰা-ছোৱালী দুটিক লৈয়ে ব্যস্ত হ'ল। সেই দুটিক সু-শিক্ষিত কৰি তুলিবৰ বাবে দুয়ো উঠি পৰি লাগিল। ল'ৰা-ছোৱালী ডাঙৰ হ'ল। পঢ়াশুনা শেষ হ'ল। পিতৃ-মাতৃৰ কৰ্তব্যৰ বোজা বহুত পৰিমাণে পাতলিলে। ছোৱালীজনীক বিয়া দিব পাৰিলে, ল'ৰাজনক কৰ্মক্ষেত্ৰত সুপ্ৰতিষ্ঠিত কৰিব পাৰিলেই দায়িত্ব আৰু কৰ্তব্য প্ৰায় শেষ।

পিছে কণা-বিধিয়ে কাৰো ভাল নেদেখে। এদিনাখন সংসাৰত বিপত্তি দেখা দিলে। সমৰ চৌধুৰীয়ে উৰ্দ্ধতন বিষয়াৰ কোপ দৃষ্টিত পৰি চাকৰিৰ পৰা নিলম্বিত হ'ল। অধঃস্তন কৰ্মচাৰী এজনক অতি বিশ্বাস কৰি কৰ্মক্ষেত্ৰত বদনামৰ ভাগী হ'ল। নিলম্বিত জীৱন অশান্তিকৰ হৈ উঠিল।

ভূতৰ ওপৰত দানহ পৰিল। সকলোৰে লগত মিলি যাব পৰা হাঁহিমুৱা বন্তাই হঠাতে মানসিক ভাৰসাম্য হেৰালে। বহুত চিকিৎসা কৰা হ'ল। কেতিয়াবা অলপ সুফল দেখা দিয়ে। কিছুদিন পিছত আকৌ যি কি সেই। সৌৰভও চাকৰিত সোমাল। ঘৰৰ শান্তি পিছে বিঘ্নিত হ'ল। পাগলী বায়েক আৰু চাকৰিৰপৰা নিলম্বিত দেউতাক- ঘৰখন ভাল নলগা হ'ল সৌৰভৰ। এদিনাখন বিদেশলৈ উচ্চশিক্ষা লাভৰ অৰ্থে যাবলৈ মন মেলিলে। মাক-দেউতাকেও উৎসাহ দিলে পুতেকক। বিশেষ কিবা এটা হওক বুলি, নিজৰ কেৰিয়াৰ ভালদৰে গঢ়ি তোলক বুলি।

(৪)

সৰলা তেনেই সৰল। এনে সৰল প্ৰকৃতিৰ মানুহবোৰৰ ব্যক্তিত্ব বুলিবলৈ একো নাথাকে। নম্ৰ আৰু সৰল প্ৰকৃতিৰ সৰলাৰ নিজস্ব মত বুলি একো নাই। বিবাহিত জীৱনত সমৰ চৌধুৰীৰদ্বাৰাই প্ৰভাৱান্বিত হৈছিল। সমৰ চৌধুৰীয়ে সামাজিকতা ৰক্ষা কৰিবলৈ ভাল পায়। সমৰ চৌধুৰীৰ লগত থাকি মানুহৰ লগত মিলা-প্ৰীতিত সৰলাও আগভাগ ল'বলৈ শিকিলে; মেল পাতিব পৰা হ'ল। মুঠতে সৰলা সৰৰবাহী মহিলালৈ ৰূপান্তৰিত হ'ল। সাংসাৰিক অভিজ্ঞতাবোৰেও সৰলাক সমাজৰ কেবোণবোৰ সম্পৰ্কে সচেতন হ'বলৈ শিকালে। সৰলা এতিয়া সেই আগৰ সৰলা হৈ নাথাকিল। যদিও কোনো এটা বিষয়ত সিদ্ধান্ত ল'ব লাগিলে দোধোৰ-মোধোৰত পৰে, আনৰ

পৰামৰ্শ বিচাৰে; কিন্তু মনৰ ভাৱ গোপন কৰি চতুৰভাৱে পৰিৱেশকণ চম্ভালিব পৰা হৈছিল; সকবোৰক উপদেশ দিব পৰা নাছিল। যি দেউতাকে এসময়ত চিন্তা কৰিছিল— তেওঁৰ আজলী সৰলমনা ছোৱালীজনী সংসাৰ চলাবলৈ পাৰিব নে নাই— সেই দেউতাক যদি তেতিয়া জীয়াই থাকিলহঁতেন তেওঁৰ সৰলমতি জীয়েকজনীৰ এনে পৰিবৰ্তন দেখি বৰ সুখ পালেহঁতেন; নিশ্চিন্ত হ'লহেঁতেন। 'সংসাৰস্য কুটিলা গতি' সম্পৰ্কে অভিজ্ঞ হৈ সৰলাই কৰ্ম নিৰ্ণয়িত গিৰিয়েকৰ মনোবল ভাঙি নপৰিবলৈ সহায় কৰিলে; মানসিক ৰোগাক্ৰান্ত জীয়েক ৰত্নাৰ চিকিৎসাৰ বাবে অকলে অকলে বহুত ব্যৱস্থা কৰিলে। পুতেক সৌৰভৰ ভবিষ্যতৰ বাবে গিৰিয়েকৰ লগত হাত মিলাই আত্মত্যাগ কৰিবৰ মানসিকতা গঢ়ি তুলিব পৰা হ'ল। মুঠতে সৰলাজনী অবলা নহৈ সবলা হ'ল। বহুত ঘাত-প্ৰতিঘাত প্ৰতিবন্ধকতাৰ মাজতো সবলা নিজৰ লক্ষ্যত স্থিৰ হৈ ৰ'ব পৰা হ'ল।

চক্ৰবৎ পৰিবৰ্তন্তে সুখানি দুঃখানি চ'। অৰ্থাৎ সুখৰ পিছত দুখ, দুখৰ পিছত সুখ এনে চক্ৰাকাৰত সংসাৰ চক্ৰ ঘূৰে। এয়ে যদি সংসাৰ চক্ৰৰ নিয়ম তেতিয়াহ'লে জীৱনৰ আগভাগটো দুখৰ মাজত কটাই জীৱনৰ শেষভাগটোত সুখৰ মুখ দেখাই বাঞ্ছনীয়; কিয়নো জীৱনৰ আগভাগত বয়স কম থাকে, সহ্য কৰাৰ শক্তি থাকে; দুখক জয় কৰিবৰ মনোবল থাকে। জীৱনৰ বিয়লি পৰত প্ৰত্যাহ্বানক সঁহাৰি দিয়া সহজ নহয়। মনোবল দুৰ্বল হয়; দুখ সহ্য কৰা টান হয়। পিছে মানুহে ভবামতেতো নহয়! ভাগ্যৰ লিখন খণ্ডাব নোৱাৰি। সৰলাৰ ভাগ্যতো নিবিচাৰাটোকে ঘটিল। দাম্পত্য জীৱনৰ প্ৰথমছোৱাত সংসাৰত সৰলাৰ সুখৰ অভাৱে নাছিল। দৰদী স্বামী, মৰম লগা পুত্ৰ-কন্যা, স্বচ্ছল সংসাৰ; দায় দায়িত্বহীন একান্নবৰ্তী পৰিবাৰ। প্ৰথম ছোৱা সুখৰ মাজত কটাই এতিয়া যি দুখৰ জীৱন আৰম্ভ হৈছে— সেয়া সহ্য কৰা টান হৈছে। পিছে মানুহে ভবামতেতো নহয়! ভাগ্যৰ লিখন খণ্ডাব নোৱাৰি। একমাত্ৰ পুত্ৰ বিদেশত; জীয়েকজনী লগত থাকিলেও মানসিক ৰোগাক্ৰান্ত। তাইক লৈয়ে ব্যস্ত থাকিব লাগে। তাৰ উপৰি এতিয়া আকৌ স্বামীৰ অসুস্থতাই সৰলাক প্ৰায় বলিয়া কৰি তুলিছে। সৰলাৰ পক্ষে এনে প্ৰতিকূলতা সহ্য কৰা সহজ নহয়। সমৰ চৌধুৰী দুৰাৰোগ্য কৰ্কট ৰোগৰ চিকাৰ হ'ল। চিকিৎসাৰ ত্ৰুটি সৰলাই নাৰাখিলে সমৰ চৌধুৰীৰ আয়ুস যে বেছি নাই সেই কৰুণ নিৰ্মম

সত্যটোক মানি ল'বলৈ বাধ্য হ'ল। পৰামৰ্শ দিবলৈ, সাহস দিবলৈ কাষত পুতেক সৌৰভো নাই। জীয়েক ৰত্নাতো হিচাবৰ বাহিৰত। সৌৰভে যি উদ্দেশ্য লৈ বিদেশলৈ গৈছিল সেই উদ্দেশ্য অৰ্থাৎ উচ্চ ডিগ্ৰী লাভ কৰিবৰ বাবে প্ৰয়োজনীয় যিকণ শিক্ষা তাকে সম্পূৰ্ণ কৰিব পৰা নাছিল। দেউতাকৰ অসুখ বুলি ঘৰলৈ গুচি আহিলে ঘূৰি যোৱাটো সম্ভৱ নহ'ব; শিক্ষা আধৰুৱা হৈয়ে থাকিব। অৰ্থ খৰচ অথলে যাব। সেয়ে মৃত্যুমুখী সমৰ চৌধুৰী নিবিচাৰে যে সৌৰভ ঘূৰি আহক। সৰলাৰ মনৰ ইচ্ছাও সমৰ চৌধুৰীৰ ইচ্ছাৰদ্বাৰা প্ৰভাৱিত। 'আমাৰ সুখ সুবিধাৰ বাবে ল'ৰাৰ আশা-আকাংক্ষাবোৰ বিনষ্ট কৰি দিলে আমি মাক, দেউতাক হোৱাৰ উপযুক্ত বুলি বিবেচিত হ'ম নে? সমৰ চৌধুৰী আৰু সৰলাৰ এই একে অভিমত।

সৰলমনা সৰলাৰ অসীম ধৈৰ্য্যশক্তিয়ে সৰলাক দৃঢ়মনা কৰিলে। বিদেশৰ পৰা সৌৰভে ফোন কৰে, "মা, মই যাব লাগে যদি কোৱা।" মাকে উত্তৰ দিয়ে, "নালাগে। তই যি উদ্দেশ্য লৈ গৈছ সেই উদ্দেশ্য সিদ্ধি নোহোৱাকৈ গুচি আহিলে তোৰ দেউতাৰেও মৃত্যুৰ পিছতো সুখ-শান্তি নাপাব।"

সৌৰভ নাহিল। এদিনাখন সমৰ চৌধুৰীৰ দেহান্ত হ'ল। ধৈৰ্যশীলা সৰলাই চকুপানী টুকি টুকি মৰণোন্মুখ স্বামীৰ অন্তিম শয্যাৰ ওচৰত বহি ভাগৱত পঢ়ি আছিল। সকলো শেষ হ'ল। সৰলাই অলপ সময়ৰ বাবে ভাগি পৰিলেও মন ডাঠ কৰি উঠি আহি বিদেশত থকা পুতেকক নিদাৰুণ খবৰটো নিজেই দিলে। কান্দি থকা পুতেকক সান্ত্বনাও দিলে।

সমৰ চৌধুৰীৰ মৃত্যুৰ লগে লগে সৰলা বৰ অকলশৰীয়া হ'ল। এতিয়াৰ পৰা সংসাৰৰ যাবতীয় কাম যাবতীয় সিদ্ধান্ত অকলেই ল'বলগীয়া হ'ল। যিসকলে সৰলাৰ সৰল মনটোক, সৰল স্বভাৱটোক, সৰল মতিগতিক জানে, তেওঁলোক অবাক হৈ চাব ধৰিলে সৰলাই কেনেদৰে অকলে পাগলী জীয়েকজনীক লৈ সংসাৰখন চলাব ধৰিছে।

সমৰ চৌধুৰী ঢুকোৱাৰ বহুত বছৰ হ'ল। ইয়াৰ মাজত এবাৰ দুবাৰ মানসিক ৰোগাক্ৰান্ত ৰত্নাক বাহিৰলৈ লৈ গৈ ভালদৰে চিকিৎসা কৰোৱাৰ সকলো ব্যৱস্থা অকলে কৰিলে। স্কিজোফ্ৰিনিয়াত আক্ৰান্ত ৰত্নাৰ অসুখ যে সম্পূৰ্ণ ভাল নহয় সেয়া জানিও আৰোগ্য কৰি তুলিবৰ বাবে সচেষ্ট হ'ল। পুতেক সৌৰভে ঘৰলৈ আহিব নোৱাৰাত নিজেই বিদেশলৈ গৈ পুত্ৰৰ হতুৱাই

পৰলোকগত পিতৃৰ পৰি থকা পাৰলৌকিক কাম কিছুমান কৰালে। সময়ত সৌৰভৰ বিয়াও পাতি দিলে। পুত্ৰৰ প্ৰতি থকা দায়িত্ববোৰ পালন কৰিব পাৰিলেও সংসাৰৰ পৰা অব্যাহতি নাই সৰলাৰ নমৰালৈকে। জীয়েক ৰত্নাকনো ক'ত কাৰ তত্বাৱধানত থৈ যাব? সেয়ে মাজে-সময়ে মাক হৈও জীয়েকৰ মৃত্যু কামনা কৰে। "মই মৰিলে কোনে ৰত্নাক চাব? ৰত্না দেখোন পাগলীৰ নিচিনা বাটে-অবাটে ঘূৰি ফুৰিব? ইয়াতকৈ তাই মৰাটোৱে ভাল।" কিন্তু মৃত্যু ঈশ্বৰৰ হাতত। আমি বিচৰা মতে মৃত্যু নাহে।

দিনবোৰ সৰলাৰ অশান্তি, নিৰানন্দৰ মাজতে পাৰ হ'ব ধৰিলে। সৰলাৰ জীৱনত সুখ, আনন্দ নাইকীয়া হ'ল। যি পুতেকৰ বিয়া পাতি দি ভাবিছিল "মই নিশ্চিন্ত হলো, সৌৰভৰ সংসাৰ এখন পাতি দিলো— সেই পুতেকৰ বিহাহিত জীৱনটো সুখৰ নহ'ল। ঘৰুৱা অশান্তিত এদিনাখন সৌৰভৰ বিবাহ-বিচ্ছেদ হ'ল। সৌৰভ আকৌ অকলশৰীয়া হ'ল। মানসিক অশান্তিত অসুস্থ হৈ পৰিল। সৰলাৰ উৎকণ্ঠা বাঢ়ি গ'ল। কি কৰিব একো উপায়কে উলিয়াব নোৱাৰা হ'ল। ৰত্নাক অকলে পেলাই থৈ যাব নোৱাৰে। ইপিনে অসুস্থ সৌৰভৰ অকলশৰীয়া জীৱনটোৰ বাবেও চিন্তা। সৰলাৰ সৰল মনটোক আশান্তি, দুশ্চিন্তাৰ কলীয়া ডাৱৰে আবৰি ধৰিলে। মাজে মাজে ভয় হয় সৰলাই যদি ইমান দুশ্চিন্তা সহিব নোৱাৰি মাস্তিস্কৰ ভাৰসাম্য হেৰায়! একমাত্ৰ ভৰষা সৰ্বনিয়ন্তা ঈশ্বৰ। ঈশ্বৰেহে সৰলপ্ৰাণা সৰলাক ৰক্ষা কৰিব। যাৰ কোনো নাই তাৰ ঈশ্বৰহে একমাত্ৰ অৱলম্বন। ❑

## স্মৃতিধাৰা



**মোৰ কথা :** আমি যাক অতি নগণ্য বুলি ভাবো, তেওঁৰ সাধাৰণ জীৱনতো সহজ-সৰল চাৰিত্ৰিক সুন্দৰতা দেখিবলৈ পোৱা যায়। সাধাৰণ হ'লেও এই সুন্দৰতা মনত এক আলোড়ন তোলে। শৈশৱ, যৌবন আৰু পৰিণত বয়সত তেনেই ঘনিষ্ঠভাৱে লগ পোৱা নিচেই সাধাৰণ মানুহ কেইজনমানৰ স্মৃতি বিজড়িত কথা কিছুমান লিপিবদ্ধ কৰাৰ মানসেৰে মোৰ এই স্মৃতিধাৰা।

**অনিলা চৌধুৰী**

# বাবুলাল

বিহাৰৰ দ্বাৰভাংগা জিলাত বাবুলালৰ ঘৰ। মই কিমান সৰু থাকোঁতে বাবুলালে আমাৰ ঘৰত কাম কৰিবলৈ আহিছিল নাজানো। মই যেতিয়া বাবুলালক জনা হ'লো বাবুলালে তেতিয়া দেহোৱালী আৰু গোৱালপৰীয়া দোৱান মিলাই কথা ক'ব পৰা হৈছিল। বাবুলালৰ বয়স তেতিয়া মধ্য ত্ৰিছমান হ'ব। মোক কান্ধত লৈ ফুৰিছিল আৰু মই ছোৱালী হ'লেও মোক 'বাচ্চা বুলিয়ে মাতিছিল। 'বাচ্চা' সম্বোধনটো সাধাৰণতে গোৱালপৰীয়া ভাষাত ল'ৰাৰ ক্ষেত্ৰতে প্ৰযোজ্য।

বাবুলালে মোক খুব কান্ধত লৈ ফুৰিছিল। ময়ো বাবুলালৰ কান্ধত উঠিবলৈ ভাল পাইছিলো। গৌৰীপুৰত ৰজাঘৰীয়া দ'ল উৎসৱ তিনিদিনীয়াকৈ হৈছিল। প্ৰথম দিনা অধিবাস। সিদিনা মেজিঘৰ জ্বলায়। মেজি ঘৰক আমি ভেলাঘৰ বুলি কৈছিলো। দ্বিতীয় দিনা আচল পূজা। গৌৰীপুৰৰ মহামায়া মন্দিৰৰ সংলগ্ন কুঞ্জবিহাৰী মন্দিৰৰ কলীয়া গোঁহাইৰ মূৰ্তি আৰু দুটামান আন কৃষ্ণ মূৰ্তিক উলিয়াই আনি কাঠৰ সিংহাসনত বহুৱাই দুলাব পৰা অৱস্থাত ৰচিৰে ওলমাই থয়। নৈবেদ্য আগবঢ়াই ফাকু দি পূজা কৰা হয়। পিছদিনা অৰ্থাৎ তৃতীয় দিনা মেলা বহে। গৌৰীপুৰৰ যিমান কৃষ্ণ গোঁহাইৰ মূৰ্তি আছে আৰু দ'ল সাজি পূজা কৰা হয় সকলো মূৰ্তি সিংহাসন সৈতে মেলাত অনা হয়। এইদিনটোক সোৱাৰী কয়। মেলা বহিছিল প্ৰতাপ চন্দ্ৰ প্ৰতিষ্ঠানৰ পিছফালে থকা মাষ্টাৰপাৰাৰ সংলগ্ন বোৰ্ডিঙৰ মাঠত। সিদিনা মেলাৰ মাজতে ৰখা কৃষ্ণ গোঁহাইৰ মূৰ্তিবোৰক ফাকু দি বছৰটোৰ বাবে শেষ সেৱা জনাই মানুহে ইজনে-সিজনৰ মুখত ফাকু সানে। অকলে অকলে মেলালৈ যাবলৈ ভয় লাগে ইমান ফাকু দিয়াৰ ফলস্বৰূপ হয় যাবে। ইফালে মেলাত কিনিবলৈ পোৱা চেনিৰে বনোৱা হাতী, ঘোঁৰাৰ চাইজবোৰ খোৱাৰো লোভ আছে। সেয়ে যাবলৈ মন মেলে। বাবুলালে কেতিয়াবা হাতত ধৰি, ভিৰ দেখিলে কেতিয়াবা

কান্ধত তুলি মোক মেলাৰ মাজত ফুৰাইছিল। বাবুলালৰ নিচিনা পালোৱান এজন লগত থাকিলে মোৰো ভয় নালাগিছিল।

বাবুলাল বৰ সৰল আৰু হোজা প্ৰকৃতিৰ আছিল। তাৰ এনে স্বভাৱৰ বাবে এবাৰ এটা বৰ মজাৰ ঘটনা ঘটিছিল।

গৌৰীপুৰত তেতিয়া চিনেমাহলত চিনেমা দেখুওৱা হৈছিল। সেই সময়ত অশোক কুমাৰ আৰু দেবিকাৰাণীয়ে অভিনয় কৰা 'অচ্যুত কন্যা' বৰ জনপ্ৰিয় চিনেমা আছিল। কোনো দিনে চিনেমা নেদেখা বাবুলালৰো 'অচ্যুত কন্যা' চাবলৈ মন গ'ল। ঘৰৰপৰা তাক চিনেমা যাবলৈ পঠাই দিয়া হ'ল। অচ্যুত কন্যাত 'বাবুলাল' নামৰ চৰিত্ৰ এটা আছিল। চিনেমাৰ ভিতৰতে কোনোবাই 'বাবুলাল', বাবুলাল বুলি মাতোতে আমাৰ সৰল হোজা বাবুলালে তাক মতা বুলি ভাবি চিঞৰি ক'লে, 'যাতা হায়, হুজুৰ।' যাবলৈ উঠিলেও। লগৰবোৰে তাক ধৰি বহাই দি ক'লে, "এয়া তোক মতা নাই।" বাবুলালে বৰ লাজ পালে। মনে মনে বহি থাকিল। চিনেমাৰ মধ্য বিৰতি হ'ল। এনেয়ে সেই ঘটনাটোত লাজ পাই আছিল। মধ্য বিৰতি হওঁতে ৰক্ষাহে পৰিল ঘৰলৈ আহিবৰ সুযোগ পালে। সি অৱশ্যে মধ্য বিৰতি বুলি জনা নাছিল। চিনেমা শেষ হোৱা বুলি ভাবিয়ে ঘৰলৈ গুচি আহিল। সোনকালেই সি ঘৰলৈ গুচি অহাত আমি আচৰিত হৈছিলো, ধৰি লৈছিলো তাৰ চাগে চিনেমাখন চাই ভাল লগা নাই— সেয়ে ঘৰলৈ আধা চোৱাকৈ গুছি আহিল। তাক শোধ-পোছ কৰোতে গম পালো — চিনেমাৰ মাজত যে এনে এটা বিৰতি হয় সি নাজানে। শেষ হোৱা বুলিয়ে ভাবিছিল। চিনেমাখন কেনে লাগিল বুলি সোধাত উত্তৰ দিছিল— "চিনেমাখন ভাল। পিছে তাতেও দেখোন মোৰ নামৰ মানুহ আছে। মইতো এবাৰ মোক মতা বুলি ভাবি উঠিয়ে দিছিলো।" তাৰ কথা শুনি হাঁহি হাঁহি আমাৰ পেটৰ নাড়ি চিঙি যোৱা অৱস্থা।

বছৰত এবাৰ 'বাবুলালে দেশলৈ যায় গৰমৰ সময়ত। স্ত্ৰী-ল'ৰা-ছোৱালীৰ লগত কেইদিনমান কটাই আহে। আহোঁতে মজঃফুৰীয়া লেচু আৰু আমসত্ব লৈ আহে আমাৰ বাবে। আমসত্বৰ ঘৰুৱা প্ৰস্তুত প্ৰণালীটোৰ কথা মনত পেলালে এতিয়া মোৰ আমসত্ব খাবলৈ ঘিণে লাগে। আমৰ ৰসখিনি কলপাত বা টিনৰ ওপৰত মেলি দি ৰ'দত শুকাওতে কিমান যে ভেনামাখি তাৰ ওপৰত বহে। ওচৰতে কেতিয়াবা সৰু সৰু ল'ৰা-ছোৱালী কিছুমানে শৌচ

কৰে। মাখিবোৰ তাতো বহে, ৰসৰ ওপৰতো বহে। তেতিয়া নাজানিছিলো। সেয়ে বাবুলালে ঘৰৰপৰা অনা আমসত্বৰ বৰ সোৱাদ পাইছিলো।

দেউতা তেতিয়া বেছিভাগ দিন কলিকতাতে আছিল। বাবুলাল আছিল মাৰ সৌঁহাত। বাবুলালৰ ভৰসাতে আমাৰ ভয়াতুৰ মায়ে সৰু সৰু আমাক লৈ দিনবোৰ কটাবলৈ সাহ কৰিছিল।

বাবুলালৰ ঘৰ-সংসাৰ আছে। ল'ৰা-ছোৱালীবোৰ ডাঙৰ হৈ অহাত দায়িত্ব বাঢ়িল। ঘৰত তাৰ উপস্থিতিৰ বৰ প্ৰয়োজন হ'ল। এদিনাখন ভতিজা ল'ৰা পুনিতক আমাৰ ঘৰত কাম কৰিবৰ বাবে থৈ নিজে আমাৰ ঘৰৰ চাকৰি একেবাৰে এৰি স্বদেশলৈ প্ৰত্যাবৰ্তন কৰিলে। ☐

# হেমঞ্চল

হেমঞ্চলে মামাহঁতৰ ঘৰত থাকি কাম-বন কৰিছিল। তাৰ ঘৰ বিহাৰৰ কোন ঠাইত মনত পেলাব পৰা নাই। খুব সম্ভৱ ছাপৰা জিলাত। সি দেশৰ ঘৰলৈ নগৈছিল প্ৰায়। দেশৰ ঘৰত তাৰ কোন কোন আছে আমি নাজানিছিলো। দেশৰ লগত তাৰ সংশ্ৰৱ প্ৰায় নাছিল।

হেমঞ্চল বাবুলালৰ দৰে কৰ্মঠ নাছিল। মামাহঁতৰ বজাৰ-সমাৰৰ কামে তাৰ প্ৰধান কাম আছিল। তাৰ কাম ঘৰৰ ভিতৰত নাছিল। সি ঘৰৰ বাহিৰতে কাম কৰিছিল। সি ব্যস্ত থাকিছিল তাৰ পোহনীয়া জন্তু-জানোৱাৰক প্ৰতিপাল কৰি। নিজে ভাত যিমান কমে খাওক, মামীৰ ওচৰত তাৰ চাহিদা আছিল এক ডাঙৰ চৰিয়া ভাত; কিয়নো মাক আৰু পোৱালি ছাগলি দুটাক খুৱাব লাগে; বান্দৰটোক খাব দিব লাগে; মইনাজনী আৰু ভাটৌটোকো খাবলৈ দিব লাগে। মইনাজনীক অৱশ্যে ছাতু কিনি আনিয়ে খাবলৈ দিয়ে; ভাটৌটোৰে বাবে কেঁচা জলকীয়া ভাতৰ লগতে মামীৰপৰা খুজি লয়। বান্দৰটোৰ বাবে বজাৰৰপৰা অনা কল আখিৰপৰা দুটামান তুলি ৰাখে। এই বিষয়ত মামীহঁতক খাতিৰ নকৰে। তাক যি লাগে সেয়া সি আদায় কৰিহে এৰিব। মামীহঁতৰ ওচৰত তাৰ ইমান দাবী কিয় বুজি পোৱা নাছিলো। সি যেন ঘৰৰে এজন সদস্য তেনে আচৰণে কৰিছিল। ঘৰৰ আন কামবোৰ যেনে ঘৰ সৰা, মচা, বাচন বৰ্তন ধোৱা-পখলা কৰাৰ বাবে সি দেশৰপৰা মাইকী মানুহ আনি দিছিল। বচনীয়া আৰু জানকীৰ মা তেনে এজনী কাম কৰা তিৰোতা। বচনীয়াৰ বিয়াৰ ব্যৱস্থা হেমঞ্চলেই কৰি দিছিল। এদিনাখন তাই মৰি থাকিল । তাইৰ মাকজনীও এদিনাখন মৰিল। সৰু ছোৱালীজনী ছয়-সাত বছৰীয়া জানকী মামীহঁতৰ পালিতা কন্যা হিচাপে থাকি গ'ল।

হেমঞ্চলৰ পশু-পক্ষীৰ প্ৰতি বৰ মৰম আছিল। আজিৰ দিনত সি যদি

জীয়াই থাকিলহেঁতেন শ্ৰীমতী মানেকা গান্ধীৰ বন্যপ্ৰাণী সংৰক্ষণ সংস্থাৰপৰা নিশ্চয় কিবা এটা খিতাপ পালেহেঁতেন। জন্তু-জানোৱাৰৰ প্ৰতি আচৰিত ধৰণৰ মৰম অছিল হেমগুলৰ। নিজৰ খোৱাক যদি কিবা কাৰণত কম পৰে নিজে নাখায়ো সিহঁতক খুৱাব। ছাগলীৰ গাখীৰ খীৰাই পোৱালিটোৰ মুখখন মেলি ধৰি খুৱাব। পোৱালিটো মাকৰ ওহাৰৰপৰা খালেও হেমগুলে সন্তুষ্ট নহয়। মাকজনীক ভাত খচি খচি পানীৰে মিলাই মুখখন মেলি লৈ খুৱাব। মইনাজনীক ছাতুত নিমখ দি পানী অলপ সানি লৈ লাৰু বনাই খাবলৈ দিব। এবাৰতো ছাতুৰ লাৰু দেখি মামাৰ ছোৱালী মঞ্জুৱা আৰু মোৰ বৰ লোভ লাগিল। মইনা থকা সজাটোৰ দুৱাৰখন অলপ মেলি লৈ কেইটামান ছাতুৰ লাৰু উলিয়াই আমি দুয়ো খালো। গম পাই মামীয়ে আমাক যিমান নবকিলে হেমগুলক সিমান বকিলে। সৰু ল'ৰা-ছোৱালীৰ সম্মুখত তেনেকৈ লোভ লগাকৈ ছাতুৰ লাৰু বনাই খোৱাটো মামীৰ মতে হেমগুলৰ অক্ষমনীয় অপৰাধ। পৰমৰ দিনত ঘৰৰে ডাঙৰ গছ এটাৰ ছাঁৰ তলত বন্ডা এখন পাৰি শুব হেমগুলে। বান্দৰ পোৱালিটোক শিকলি এটাৰে বান্ধি ওচৰতে থ'ব আৰু গাৰ ওকণিবোৰ বান্দৰ পোৱালিটোক বাচিবলৈ দিব। বান্দৰ পোৱালিটোও গাত ওকণি নাপালেও গাত উঠা পোক-পৰুৱাকে ধৰি ধৰি খাব। আৰামত হেমগুলৰ টোপনি আহে। এনে হেন আৰাম দিয়া বান্দৰ পোৱালিটোক মৰম কৰি খুব কল খাবলৈ দিছিল। বাৰীতে ভীম কল, বজাৰৰ মনোহৰ কল হেমগুলে নিজে নাখালেও বান্দৰৰ ভাগত ঠিকে ঠাকে ৰাখিব।

বান্দৰে যে কল খাবলৈ ভাল পায় সেয়া হেমগুলৰ বান্দৰবোৰক দেখিয়ে জানিব পাৰিছিলো। এদিনাখন ময়ো হেমগুলৰ বান্দৰটোক কল দিবলৈ গ'লো। শিকলি বন্ধা বান্দৰ। ভাবিছিলো একো নকৰিব বান্দৰটোৱে ভালপোৱা কলকে খাবলৈ দিব ওলাইছো যেতিয়া। কিন্তু কি জানিম বান্দৰৰ মনোবৃত্তি! কলটো দিয়াত পলম হোৱা দেখি দীঘল শিকলিৰে বন্ধা বান্দৰটোৱে খপতে মোৰ ওচৰ পাই মোৰ মূৰত, গালত খামুচি আঁচুৰি কলটো কাঢ়ি নি খালে। মঞ্জুৱা ওচৰতে আছিল বান্দৰটোৱে মোক কামুৰি, আঁচুৰি কিবা কৰি থকাত মোক বচাবলৈ মাকক চিঞৰি চিঞৰি মাতিলে। মোৰ চিঞৰ-বাখৰো লগ লাগিল। মামীয়ে দৌৰি আহি লাঠিৰে বান্দৰটোক কোলাই কোবাই বান্দৰৰ কবলৰ

পৰা মোক আঁতৰাই আনিলে। হেমঞ্জলে সিদিনা মামীৰ যিমান গালি খালে আগলৈ নাপাহৰিলে। বান্দৰে আঁচোৰা দাগ মোৰ থাকিয়ে গ'ল। কিছুদিন ঘৰলৈ বান্দৰ অনাটো বাদ পৰিছিল। পিছে হেমঞ্চলে বেছিদিন ননাকৈ থাকিব নোৱাৰিলে বান্দৰৰ প্ৰতি তাৰ অতি মৰম থকা বাবে। আকৌ আনিব ধৰিলে যদিও মোক সাৱধান কৰি দিছিল, "গালফুলা বাবু, বান্দৰকো পাশ মত আও।" সৰুতে শকত আৰত আৰু ফুলা ফুলা গালৰ মোক হেমঞ্চলে তেনেকৈয়ে সম্বোধন কৰিছিল। আগলৈ গালৰ ফুলাবোৰ জামৰিলেও হেমঞ্চলৰ ওচৰত মই 'গালফুলা বাবু' হৈয়ে থাকিলো।

কিছুদিন বান্দৰ পুহিব নোৱাৰি হেমঞ্চলে নেউল পুহিছিল। সৰু সৰু তীক্ষ্ণধাৰ চিক্‌চিকা দাঁতবোৰ দেখি নেউলৰ ওচৰলৈ যাবলৈ ভয়ো কৰিছিলো। নেউলজনী ক'ত পোহ মানিব! এদিনাখন ৰচি কাটি জংঘলত পলাই গ'ল। হেমঞ্চলৰ প্লেটত দিয়া গাখীৰৰ লোভতো ই বশ নামানিলে।

মইনাইতো মাতবোল সোনকালেই শিকে। হেমঞ্চলে পিছে ভাটৌ এটা পুহি তাকো 'সীতাৰাম' কবলৈ শিকাইছিল; সুহুৰি বজাবলৈ শিকাইছিল। হেমঞ্চলে 'সীতাৰাম' বুলি মাতিলে ভাটৌটোও 'সীতাৰাম' বুলি প্ৰত্যুত্তৰ দিছিল।

পোহনীয়া জীৱ-জন্তু, চৰাই-চিৰিকতিক লৈ ব্যস্ত থাকি হেমঞ্চলে ঘৰৰ আন কামবোৰ কৰাৰ সময়ে বা ক'ত পাব?

হেমঞ্চলে যথেষ্ট লেতেৰা প্ৰকৃতিৰ আছিল। যিটো বাচনত ছাগলীজনীক খাবলৈ দিছিল; যিটো বাটিত মইনাজনীক চাতুৰ লাৰু খাবলৈ দিছিল— অলপ ধুই পখালি নিজেও তাতে খাইছিল।

তাৰ বয়সো হৈ আহিল। আগতে ঘৰবাৰীৰ জংঘল-চংঘল পৰিষ্কাৰ কৰি অলপ অলপ খেতি-বাতিৰ কাম কৰিছিল যদিও, পিছত বজাৰ কৰাৰ বাহিৰে একো কামকে নকৰিছিল। লেতেৰাকৈ খোৱাৰ কাৰণে এদিনাখন বৰ বেয়াধৰণে তাৰ পেটৰ অসুখ আৰু জ্বৰ হ'ল। হোমিওপেথিৰ ডাক্তৰ মামাৰ দৰৱে কাম নিদিয়াত এলোপেথিৰ চিকিৎসা কৰা হ'ল। পিছে সকলো মিছা হ'ল। হেমঞ্চলৰ বয়সো হৈ আহিছিল। বেমাৰ প্ৰতিৰোধ কৰিব পৰা শক্তিও কমি গৈছিল। হেমঞ্চলক বচাব পৰা নগ'ল। পোহনীয়া জন্তু-জানোৱাৰৰ লগতে এখন চালিৰ

তম্লতে শোৱা, খোৱা-বোৱা কৰিছিল হেমঙ্গলে। টান অসুখ হোৱাত তাক জোৰ কৰি চ'ৰাঘৰতে আনি থাকিবলৈ দিয়া হৈছিল। চকুৰ আগতে ৰাখি দৰব-পাতি, পথ্য আদি খুওৱা হৈছিল যদিও তাতেই মৰি থাকিল। জীৱ-জন্তুৰ প্ৰতি থকা মায়া মমতা ত্যাগ কৰি হেমঙ্গলে ইহ সংসাৰৰপৰা বিদায় ল'লে। দেশত খবৰ দিব পৰা তাৰ কোনো আপোন মানুহ নাছিল। মামাইতৰ ঘৰখনে তাৰ ঘৰ আছিল। মামাৰ ল'ৰা ভূপেশদা আৰু তেওঁৰ লগৰ ল'ৰা কেইজনমানে মৰাচাঙত হেমঙ্গলক কান্ধত দাঙি নি শ্মশানত গৈ সৎকাৰ কৰিলে। ❑

# মূলচান

আচল নাম বোধকৰো মূলচান্দ আছিল।-অপভ্ৰংস হৈ মূলচান হৈছে।

খীন-মীন জকাটো হেন শৰীৰ পাঁচফুটীয়া মূলচানৰ। তাক যেতিয়াৰপৰা দেখিছো পিঠিখন কুঁজা পৰা, কঁকাল ভঙা অৱস্থাত দেখিছো।

মাৰোৱাৰী গোলাত সি কাম কৰিছিল। অৱসৰ সময়ত আমাৰ বাৰীত কাম কৰিছিল; জংঘল কাটি ঘৰৰ চৌকাষ চফা কৰিছিল। কেতিয়াবা কেতিয়াবা আমনি পাই মাৰোৱাৰী ঘৰৰ কাম এৰি দিছিল। চৌকা বৰ্তনৰ কাম কৰি আমনি পালেই সি গুচি আহে; আমাৰ ঘৰত থাকিবলৈ লয়। কেতিয়াবা দিনটো মাৰোৱাৰীৰ গোলাত কাম কৰিলেও ৰাতিটো আমাৰ ঘৰতে থাকে। আমাৰ গোহালিৰ গৰুবোৰৰ যত্ন লয়। ৰাতিপুৱা এৰাল দিয়ে, গধূলি গোহালিত বান্ধি থয়। গোহালিত জুইৰ থুপা দিয়ে মাখি মহ খেদিবৰ বাবে।

গোহালিৰ লগতে খেৰৰ চালি দিয়া, বাঁহৰ বেৰ দিয়া ঘৰ এটা আছিল মূলচানৰ বাবে। জাৰকালি ৰাতিটো সেই ঘৰটোতে থাকে। গৰম দিনত পিছে তাত নাথাকে। ঘৰৰ ভিতৰত তাৰ হেনো দম বন্ধ হয়। আমাৰ থকা ঘৰটোৰ তিনিও পিনে বহল বাৰাণ্ডা আছিল। তাৰে এটা চুকত বস্তা এটা পৰি শুই থাকে। ৰাতি শুই থকাতকৈ পহৰাহে দিয়ে। মাজে সময়ে অদভুত আৱাজ কৰি চিএঞৰি উঠি চোৰবোৰক জনাই দিয়ে যে সি সাৰে আছে। এনেকৈ চিএঞৰি উঠে যেন ভূত খেদিছে।

মূলচানৰ এটা 'বদ অভ্যাস আছিল- তাড়ি খোৱা। তাড়িও খায় আৰু মাজে সময়ে কেৰাচিনো খায়। কেৰাচিন খোৱাটো আমি নেদেখিলে বিশ্বাসে নকৰিলোহেঁতেন। আমি আচৰিত হওঁ- কেৰাচিন খায়ো তাৰ একো অপকাৰ নহয় দেখি। প্ৰায় একাপমান কেৰাচিন একেবাৰতে খায়। কেৰাচিন খালে হেনো গাৰ বিষৰ উপশম হয়! মাৰোৱাৰীৰ গোলাত কাম কৰোতে মাল থকা গধুৰ বস্তা দাঙিব লাগে। তাৰ গা বিষাই যায়। কেৰাচিন তেল মালিচ কৰি

আৰু অলপ খাই সেই বিষৰপৰা অলপ সকাহ পায়।

বাৰাণ্ডাত শুৱে; কিন্তু টোপনি নাযায়। গ'লেও ইমান কাণ পাতল যে অলপমান শব্দতে সাৰ পায়। বহু ৰাতিলৈকে চিঞৰি চিঞৰি নানা ধৰণৰ দেহোবাজি গান গায়। বহুত কাহিনীও জানে। সকতে মই এই কাহিনী শুনাৰ লোভত মূলচানৰ লেতেৰা তেল-চিটা কাপোৰেৰে ঢকা বিছনাখনতে শুই শুই মূলচানে কোৱা সাধুকথাবোৰ শুনিছিলো। মূলচানে সাধুও কয় আৰু মহে খাব বুলি ভাবি বিচিও থাকে। সাধু শুনাৰ লোভত আৰু গৰম দিনত বিচনিৰ বতাহৰ আৰাম খাই তেল লগা বিছনাৰ দুৰ্গন্ধও সহ্য হৈছিল।

মূলচানে চাহ খাবলৈ বৰ ভাল পাইছিল। মই যেতিয়া চাহ বনাব পৰা হলো- মূলচানক চাহ দিব গ'লে মূলচানে চাহ খাবৰ কাৰণে ডাঙৰ কলাই কৰা বাটি এটা মোৰ সম্মুখত থৈ কৈছিল— 'ঐ বউৱা, দেও, দেও— আঢ়াইস্বেৰ চুৰা অউৰ পাঁচস্বেৰ চা'। পাঁচসেৰ চাহ নহলেও তাক যথেষ্ট পৰিমাণে প্ৰায় বাটি ওপচাই চাহ দিছিলো।

মূলচানৰ এটা বেয়া স্বভাৱ আছিল— ইটো সিটো চুৰ কৰা। ঘৰৰ ভিতৰত সি কেতিয়াও সোমোৱা নাছিল। সেয়ে ভিতৰৰ বস্তু বা টকা-পইচা চুৰ কৰাৰ কথা নাভাবে। বাৰীত কাম কৰোঁতে আদা অলপ, আলু কেইটামান, বাৰীৰ চাঙত হোৱা সৰু সৰু পাচলি— যেনে, ভাত কেৰেলা, পটল চুৰ কৰি তাৰ গামোচাত বান্ধি লৈছিল ঘৰলৈ লৈ যাবৰ বাবে। ডাঙৰ ডাঙৰ পাচলি— যেনে লাউ, কোমোৰা, জিকা টিয়হ কেতিয়াও লোৱা নাছিল— টোপোলা ডাঙৰ হ'লে ধৰা পৰাৰ ভয়ত। তাৰ নিজৰ সংসাৰ বুলিবলৈ একো নাছিল। বিহাৰৰ ছাপৰা জিলাৰপৰা কেতিয়াবাই আহিল। কোনোদিন দেশলৈ যোৱা নেদেখিলো, যোৱা নুশুনিলো। গৌৰীপুৰতে এজনী মাইকী মানুহ পুনাচীৰ সংসাৰত পুনাচীৰ 'কাকা' হৈ ওৰে জীৱনটো কটালে। চুৰ কৰা বস্তুবোৰ পুনাচীৰ ঘৰতে চালান দিয়ে। বিধৱা পুনাচীয়ে ল'ৰা-ছোৱালী কেইটিক লৈ অকলে থাকে। মূলচানে সিহঁতৰ অভিভাৱক। এনেদৰে চুৰ কৰি হ'লেও বস্তু দি সিহঁতক অলপ সহায় কৰিছিল।

মূলচানৰ বয়স হৈ আহিছিল। স্বাস্থ্যবান বুলিলে আমি যি বুজো তেনে চেহেৰাৰ কোনোদিনে নাছিল। ইমান খীনমীন চেহেৰা যে কোনোবাই লাহেকৈ গতিয়াই দিলেই মুখ থেকেচা খাই পৰি যাব। বেমাৰ-পাতি অৱশ্যে মূলচানৰ

প্ৰায় নাছিলে। সেয়ে মৰাৰ দিনাও দুপৰীয়া ভাগত মাৰোৱাৰী গোলাত গৈ কাম-বন কৰি আহিছিল। মাঘ মাহৰ জাৰৰ ৰাতি। বোধকৰো শৰীৰটো গৰম ৰাখিবৰ বাবে পৰ্যাপ্ত কাপোৰ গাত নাছিল। সেয়ে ৰাতিৰ ঠাণ্ডাতে মৰি থাকিল। সাধাৰণতে ঢলপুৱাতে মূলচানে বিছনা এৰি নিজৰ নৈমিত্তিক কামবোৰ কৰি উঠি বাহিৰৰ কামলৈ ওলাই গৈছিল। সিদিনা মূলচানৰ উঠোতে পলম হোৱা দেখি পুনাচীৰ ল'ৰা এজনে 'নানা'ক উঠাব গৈ দেখে 'নানা'ই মৰি কাঠ হৈ আছে। হুৱা-দুৱা লাগিল। পুনাচীৰ ল'ৰাই আমাৰ ঘৰলৈ দৌৰি আহি খবৰটো দিলে। দেউতাই দৌৰি গ'ল। শৱ সৎকাৰৰ বাবে কৰিবলগীয়া কামবোৰৰ দিহা দি আহিল। মোৰ মনটো বেয়া লাগিল। 'বউৱা' বুলি মাতি পাঁচসেৰ চাহ আৰু আঢ়ৈসেৰ চিৰা খোজা খীনমীন মানুহজনক আৰু দেখা নাপাম বুলি। ❑

# পুনাচী

পূৰ্ণমাসীৰ সংক্ষিপ্ত কৰণ।

পুনাচীৰ জীৱনটো গতানুগতিক নাছিল। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰকৈ বিয়া কৰাই পাঁচোটা সন্তানৰ মাতৃ হ'ল। প্ৰথম স্বামীৰপৰা লাভ কৰিলে প্ৰথম পুত্ৰ ৰামনন্দন। প্ৰথম স্বামীৰ মৃত্যু হ'ল। ভৰ যৌৱনা পুনাচীয়ে বহুত পুৰুষৰ কামাতুৰ দৃষ্টিৰপৰা নিজক ৰক্ষা কৰিবলৈ দ্বিতীয়বাৰ বিয়া কৰালে। দুজনী ছোৱালীৰ জন্ম দিলে— মুনচৰিয়া আৰু নাগেশ্বৰীয়া। দ্বিতীয় স্বামীৰো মৃত্যু হ'ল। কিছুদিন অকলেই ল'ৰা-ছোৱালী তিনিটাক লৈ কটালে। কিন্তু অভিভাৱকহীন হৈ সংসাৰ চলাবলৈ বৰ টান পালে। মূৰৰ ওপৰত এজন পুৰুষ অভিভাৱক লাগে। আকৌ বিয়া কৰালে। তিনিটা সন্তানৰ মাতৃ হ'ল— ৰামবৰণ, পুনীয়া আৰু এটি ল'ৰা। শেহৰটো হোৱাৰ পিছত তৃতীয় স্বামীৰো মৃত্যু হ'ল। পুনাচীৰ জীৱনত বৈধব্য যোগ বৰ প্ৰবল আছিল চাগে। সৰু ল'ৰাটোৰ এবছৰমান হওঁতে হঠাতে দুদিনৰ অসুখত সিও ঢুকাল। এইটো দেখাত বৰ ধুনীয়া আছিল। স্বামীৰ মৃত্যু শোক তিনিবাৰকৈ পালেও সন্তানৰ মৃত্যু শোক এই প্ৰথম পালে।

পুনাচীৰ বয়স হ'ল। জটিল সংসাৰৰ মাজত থাকি কিছু অভিজ্ঞতাও হ'ল। ইমানদিনে কোনো কেউ নথকা মুলচানক অভিভাৱক হিচাপে পালে।

একমাত্ৰ আমাৰ ঘৰৰ বাহিৰে পুনাচীয়ে আন কাৰো ঘৰত কাম নকৰিছিল। তাকো সদায় নহয়; মাজে সময়ে। পুনাচীৰ প্ৰথম ছোৱালী মুনচৰিয়া মোৰে বয়সী। আমাৰ ঘৰৰপৰা তাহাঁতৰ ঘৰ বেছি দূৰৈত নাছিল। প্ৰয়োজন হ'লেই মুনচৰিয়া আৰু নাগেশ্বৰী আমাৰ ঘৰলৈ আহিছিল— মাকৰ হৈ ইটো সিটো কাম কৰি দি গৈছিল।

মুনচৰিয়াক দেহেৱালি প্ৰথামতে সৰুতেই বিয়া দিলে। আন ল'ৰা-ছোৱালী কেইটাও অলপ ডাঙৰ হ'ল। ৰামনন্দনক মাৰোৱাৰী ঘৰত কাম কৰিবলৈ

পঠোৱা হ'ল — মূলচানৰ পৰামৰ্শ মতে। পুনাচী বেছিভাগ দিন আমাৰ ঘৰৰে কাম-বন কৰি থাকিল।

পুনাচীৰ জীয়েক মুনচৰিয়াৰ সমবয়সী বুলি মোক অলপ জীয়েকৰ নিচিনাই মৰম কৰিছিল তাই। মই ডাঙৰ হ'লো। ডাঙৰ হোৱাৰ পিছত মাহেকীয়াৰ সময়ত ইটো-সিটো ছুব নাপায় বাবে মোৰ কামত হাত বটায়। আৰু তেতিয়াৰে পৰা মোক 'ঠাকুৰ' বুলি জোকাবলৈ ধৰিলে। মাতোতে মাতোতে মই পুনাচীৰ ওচৰত 'ঠাকুৰ' হ'লো।

দেউতাৰ খেতি-বাতিৰ বৰ চখ। শীতকালি কবিৰ খেতিত বৰ পানী দিব লাগে। মই স্কুলৰ ওপৰ শ্ৰেণীত পঢ়ো। যথেষ্ট ডাঙৰ হ'লো। দেউতাই মোক দায়িত্ব দিলে আবেলি পৰত কবিৰ গছবোৰত পানী দিবলৈ। নাদৰপৰা পানী আনি দিয়া কামটো পুনাচীয়ে ল'লে। পুনাচীৰ সহায়ত মই কামবোৰ কৰি উঠো। মোক জীয়েকৰ নিচিনাই মৰম কৰে বাবে মোক সহায় কৰাত পুনাচী সদায় আগ্ৰহী। আগতে নাদৰ পাৰতে গা ধুইছিলো। ডাঙৰ হৈ বাথৰুমতে গা ধোৱা হ'লো। নাদৰপৰা আমাৰ ঘৰৰ বাথৰুমটো যথেষ্ট দূৰত। ইমান দূৰলৈ পানী কঢ়িয়াই নিয়া কামটো সহজ নাছিল। পুনাচীয়ে সহায় কৰিছিল। গোটেই দিনটো পুনাচী আমাৰ ঘৰতে থাকে। গধুলি হ'লেহে নিজৰ ঘৰলৈ যায়। তাইৰ ঘৰৰ কাম-বন ছোৱালী দুজনী অৰ্থাৎ নাগেশ্বৰী আৰু পুনীয়াই কৰে। সময়ত নাগেশ্বৰী আৰু পুনীয়াকো বিয়া দিলে। বহু সময় ধৰি নিজৰ ঘৰ এৰি আমাৰ ঘৰতে থাকিব পৰা হ'ল।

এদিন পুনাচীৰ অভিভাৱক পুনাচীৰ পাতি লোৱা 'কাকা' মূলচান বুঢ়াও মৰি থাকিল। দেউতা হ'ল পুনাচীৰ অভিভাৱক। দেউতাৰ দিহা-পৰামৰ্শ মতে পুনাচীয়ে নিজৰ সংসাৰ চলায়। আমাৰ ঘৰতে থাকি বাকী জীৱনটো কটাবলৈ পাৰিলেহেঁতেন। পিছে আমাৰ মাৰ চাকৰ-বাকৰক ভাল ব্যৱহাৰ নকৰা স্বভাৱটোৰ বাবে পুনাচীয়ে মাজে সময়ে আমাৰ ঘৰত কাম নকৰা হয়। কাম কৰা মানুহৰ ওপৰত নিৰ্ভৰ কৰি আমি যেতিয়া ঘৰত এজনো কাম কৰা মানুহ নথকাত অসুবিধা পাওঁ— আমাৰ সুখ-সুবিধাৰ প্ৰতি সদায় সতৰ্ক দৃষ্টি ৰখা আমাৰ মৰমিয়াল দেউতাই পুনাচীক আকৌ মাতি আনে। দেউতাৰ আদেশ পুনাচীয়ে অমান্য নকৰে। আকৌ আহি আমাৰ ঘৰত কাম কৰিবলৈ লয়। অৰ্থাৎ ঠেকা পৰিলেই পুনাচীক মাতি অনা হয়।

সৰু বাইদেউৰ বিয়া হৈ গ'ল। সময়ত সৰু-বাইদেউৰ ছোৱালী বীণাৰ জন্ম হ'ল। বীণা মাত্র সাত-আঠ মাহৰ। হঠাতে সৰু বাইদেউ জ্বৰাজুৰ কিবা টান অসুখ হ'ল। কলিকতালৈ লৈ গৈ চিকিৎসা কৰাৰ কথা ভবা হ'ল। অকণমানি বীণাক মাকৰপৰা বেলেগে ৰখা টান। ঠিক হ'ল— ভিনদেৰেতো সৰু বাইদেউক লৈ ব্যস্ত থাকিব— বীণাৰ বাবে এজনী মাইকী মানুহ লৈ যোৱা ভাল। পুনাচীৰ কথাষে আমাৰ মনত পৰিল। পুনাচী, তেতিয়া নিজৰ ঘৰ-সংসাৰ, ল'ৰা-ছোৱালী, জোঁৱাই-বোৱাৰী, নাতি-নাতিনী পৰিবৃত হৈ যথেষ্ট সুখৰ মাজত দিনবোৰ কটাই আছিল।

কাণ্ঢী এৰোড্ৰামৰপৰা সৰু মাঙ্গবাহী উৰাজাহাজত কলিকতালৈ যোৱাৰ ব্যৱস্থা আছিল। উৰাজাহাজত উঠিলে মৃত্যু অনিবাৰ্য বুলি পুনাচীৰ ঘৰত এক অন্ধ কুসংস্কাৰ আছে। ডাঙৰ ল'ৰা ৰামনন্দন তেতিয়া মাকৰ অভিভাৱক যেন হৈছিল। মাকক যাব দিবলৈ ইচ্ছা নকৰিছিল। দেউতাৰ বুজনিত মান্তি হ'ল। বাইদেউহঁতৰ লগত গ'ল। ভয়ত গোটেই বাটটো পুনাচীয়ে উৰাজাহাজৰ ভিতৰতে বতিয়াই বতিয়াই গ'ল। এমাহ কলিকতাত থাকি সৰু বাইদেউক চিকিৎসা কৰি সুস্থ হোৱাত আটায়ে ঘুৰি আহিল।

মনৰ ভিতৰত যে এটা ভয় সোমাইছিল পুনাচীৰ— উৰাজাহাজত উঠিছে যেতিয়া তাইৰ মৃত্যু অৱধাৰিত সেই ভয়কণে পুনাচীক মানসিক আৰু শাৰীৰিকভাৱে দুৰ্বল কৰি পেলালে। প্ৰায়ে তেজ বমি কৰা হ'ল। ক্ষীণাই গ'ল। কলিকতাৰপৰা উভতি অহাৰ তিনি চাৰিমাহ পিছত ঢুকাল।

আমাৰ বৰ বেয়া লাগিল মনটোত। আমাৰ স্বাৰ্থৰ বাবে জোৰ কৰি পুনাচীৰ ইচ্ছাৰ বিৰুদ্ধে লৈ গৈ ভাল নকৰিলো চাগে। পুতেকহঁতে মুখেৰে একো নকলেও মনে মনে নিশ্চয় আমাক দুষিছিল মাকৰ অকাল মৃত্যুৰ বাবে। সংস্কাৰ জনিত ভয়ে মানুহৰ মৃত্যু ঘটাব পাৰে, পুনাচীৰ মৃত্যু তাৰে জ্বলন্ত উদাহৰণ।

# সীত বেটি

সীত বেটি আছিল কোঁচ-ৰাজবংশী সম্প্ৰদায়ৰ। চেহেৰা-পাতিত তাইক কোঁচ হেন নালাগিছিল। আমাৰ ক'লী আবুৰ তুলনাত বগা বৰ্ণৰ নাক জোঙা সীতা বেটিক ভাল ঘৰৰ তিৰোতা যেনে লাগিছিল। সীতা বেটি প্ৰায় আবুৰ সমবয়সী। আবুক 'আই' বুলি মতা বাবে আমাৰ মায়ে মাতিছিল সীতবাই বুলি; আমি মাতিছিলো সীত বেটি। খুব সম্ভৱ ভাল নাম আছিল সীতা। সীতা গুচি কেতিয়াৰপৰা সীত হ'ল নাজানো।

কোচবিহাৰৰ পিনৰ কোনোবা এখন গাঁৱত সীত বেটিৰ জন্ম। শুনামতে সীত বেটিক হেনো কোনোবাই পলুৱাই আনিছিল। দেখাত ধুনীয়া বাবে অলপ ডাঙৰ হোৱাত কাৰোবাৰ বোধকৰো চকুত পৰিছিল। অভিভাৱকে বিয়াত সম্মতি নিদিব পাৰে ভাবি ডেকাজনে সীত বেটিক পলুৱাই আনিছিল। গৌৰীপুৰৰ আগেদি গৰুৰ গাড়ী এখনত লৈ যাওঁতে কান্দোন শুনি আবুহঁতৰ ঘৰৰ কোনোবাৰ সন্দেহ হ'ল। গৰুগাড়ী ৰখাই সীত বেটিক উদ্ধাৰ কৰা হ'ল। আবু তেতিয়া ন কইনা। আবুৰ লগতে ৰখা হ'ল— ন কইনাক ইটো-সিটো কামত সহায় কৰিবলৈ। পিছত আতাহঁতে বিয়াবাৰু দিছিল। ল'ৰা এটাৰ জন্ম হোৱাৰ আগতেই সীত বেটিক গিৰিয়েকে কিবা কাৰণত এৰি পলাই গ'ল। সীত বেটি আবুহঁতৰ ঘৰতে থাকি গ'ল।

মোৰ মনত পৰা বয়সৰপৰা সীত বেটিক বুঢ়ী যেনে দেখিছিলো। বয়স হোৱাৰ বাবে কাম বনত ধীৰ স্থিৰ। এটাই মাত্ৰ ল'ৰা কাৰ্তিক চন্দ্ৰ দাস। ল'ৰাই কাম কৰিব পৰা বয়স হোৱাৰপৰা সীত বেটিয়ে নিজৰ ঘৰতে বেছিভাগ সময় কটাইছিল। আগতে আনৰ ঘৰত কাম নকৰিছিল। আবুহঁতৰ ঘৰত আশ্ৰিতা হৈ থকা বাবে একমাত্ৰ তেওঁলোকৰ ঘৰতে কাম কৰিছিল। সমৰ্থবান ল'ৰা, ঘৰধৰা বোৱাৰী বাহিৰত কাম কৰা দূৰৈৰ কথা নিজৰ ঘৰতো আৰামতে, দিন কটাইছিল। ৰাজবাড়ী আৰু ডাঙৰ ৰাজকুমাৰীৰ পকীঘৰৰ মাজৰ ঠাই

ডোখৰত ৰাজবংশী মানুহৰ বস্তি। বস্তিৰ মানুহবোৰে বাজ পৰিয়ালৰ ঘৰতে কামবন কৰিছিল। সীত বেটিৰ কাম কৰাৰ প্ৰয়োজন নাছিল। অ'ত ত'ত টলৌ টলৌ কৰি ঘূৰি ফুৰাৰ অভ্যাসে নাছিল। ঘৰতে শুই বই, ঘৰৰ সংলগ্ন মাটি ডৰাতে শাক-পাচলি কই তাৰ যতন লৈ সময়কণ কটাইছিল। বেছিকৈ কথা কোৱাৰ অভ্যাসো নাছিল। এটা নাতি আছিল অঘোৰ। তাক উমলিয়ে দিনবোৰ কটাইছিল। কণা বিধাতাৰ তাকো সহ্য নহ'ল। অকালতে ফুল-কুমলীয়া নাতি ল'ৰাটোক ভগবানে লৈ গ'ল। সীত বেটিৰ সময়বোৰ আৰু নাকাটে। কিমাননো কোঠালিৰ ভিতৰত শুই বহি কটাব। ঘৰত থাকি আমনি লগা হ'ল। গৌৰীপুৰত আমাৰ ঘৰত ডাঙৰ বাইদেৱে এবাৰ বেছ কিছুদিনৰ বাবে থকাত সীত বেটিয়ে আহি ডাঙৰ বাইদেউৰ কাম-বনত অলপ সহায় কৰি দিছিল। সীত বেটিক খটুৱাব আমাৰো বেয়া লাগিছিল। তথাপি থকিবলৈ দিয়া হৈছিল। গোটেই দিনটো থাকে। গধূলি বস্তিৰ নিজৰ ঘৰলৈ যায়। বয়স হৈ অহাত শৌচ পেচাপ ধৰি ৰাখিব নোৱাৰা হ'ল। মোৰ মনত পৰে এদিনাখন ঘৰ সাৰোতে সাৰোতে আলনাৰ ওচৰতে সীত বেটিৰ পনীয়া শৌচ ওলাই গ'ল। সীত বেটিয়ে বৰ লাজ পালে। ডাঙৰ বাইদেউক ক'লে, "অ' মাও বুড়ি, মুই আৰ তোমৰ গুলাৰ কুন কামত্তে হাত বাটেবাৰ নাপাং দে। মোক তোমৰা গুলা যাবাৰ দেন।" ডাঙৰ বাইদেৱে বুজি পালে আৰু সীত বেটিক যাবলৈ দিলে। তেতিয়াৰ পৰা সীত বেটি অকলে নিজৰ ঘৰতে থকা হ'ল। মাজে-সময়ে গা ভালে থকিলে আমাৰ পিনে ফুৰিবলৈ আহে। আমাৰ কাৰোবাৰ অসুখৰ খবৰ শুনিলে দৌৰি আহে। আমিও সীত বেটিৰ অসুখ হোৱা খবৰ পালে সীত বেটিক দেখা কৰিবলৈ যাওঁ। মাতো সীত বাইক নিজৰ বাই হেনে ভাল পাইছিল। মাকো সীত বেটিয়ে 'তক' বুলিয়ে মাতিছিল। সেই সীতবেটি এদিন কেইদিনৰ অসুখত ভূগি দেহত্যাগ কৰিলে। দেউতা মামাইঁতে খবৰ পাই গৈ শ্মশানলৈ সৈ গৈ সংকাৰ কৰিলে। সীতে বেটিক আমি কাম কৰা তিৰোতা হিচাপে গণ্য কৰা নাছিলো। ❑

# কাইতা দা

সীত বেটিয়ে এটি সন্তানৰে মাথোন জন্ম দিছিল— কার্তিক চন্দ্র দাস— মাইঁতৰ কাইতা, আমাৰ কাইতা দা। কাইতাদাৰ দেউতাকৰ নাম আমি নাজানো। কোনোদিন জানিবৰ বাবে কৌতুহলীও নহৈছিলো। বেচ ওখ পাখ আটিল চেহেৰাৰ কাইতা দা। ৰাজবাড়ীৰ ৰান্ধনিশালত প্ৰথম প্ৰথম যোগালিৰ কাম কৰিছিল। ৰান্ধনিবোৰৰ লগত থাকোঁতে থাকোঁতে ৰাজপৰিয়ালৰ উপযোগী ৰন্ধা-বঢ়া শিকি লৈছিল। আগলৈ প্ৰধান ৰান্ধনিয়ে হৈছিল। আজিকালি ডাঙৰ ডাঙৰ হোটেলত ৰান্ধনিৰ কাম কৰিলে 'চেফ' বুলিয়ে পৰিচিতি পালেহেঁতেন।

গৌৰীপুৰৰ কুমাৰ প্ৰকৃতিশ চন্দ্ৰ বৰুৱাৰ চিকাৰ পাৰ্টিত প্ৰথম অৱস্থাত ৰান্ধনি হৈয়ে গৈছিল। আমাক চিকাৰৰ কাহিনীবোৰ সময়ে সময়ে কৈছিল।

জমিদাৰী যোৱাৰ পিছৰপৰা কাইতা দাই ৰাজবাড়ীৰ প্ৰধান ৰান্ধনি আছিল। কলিকতাত মাজে সময়ে গৈ থাকিব লগা ৰাজপৰিয়ালৰ আধুনিক ৰুচিৰ লগত পৰিচিত হৈ কেক্, চপ্, কাটলেট, সুস্বাদু মুৰ্গীৰ মাংস বনাবলৈ শিকিছিল। আমাৰ ডাঙৰ বাইদেউৰ বিয়াও এক জমিদাৰ পৰিয়ালত হৈছিল। কাইতাদাই ডাঙৰ বাইদেউক হাতে কলমে চপ, কাটলেট, কেক বনাবলৈ শিকাইছিল; বিভিন্ন স্বাদৰ মুৰ্গী ৰান্ধিবলৈ শিকাইছিল। সেই সময়ত আমাৰ পাকঘৰৰ ভিতৰৰ চৌকাত মুৰ্গী ৰান্ধিবলৈ দিয়া নহৈছিল। কাইতাদাই মুৰ্গী ৰান্ধিব লাগিলে বাহিৰৰ চৌকাতে ৰান্ধিছিল। গোন্ধত আমাৰ জিভাৰ পানী সৰিছিল।

দাদাক কাইতাদাই বৰ মৰম কৰিছিল। সেয়ে পঢ়ি থকা অৱস্থাত বা আগলৈ চাকৰি কৰি থকা দাদাই যেতিয়া ঘৰলৈ আহিছিল, কাইতাদাই কেনেবাকৈ খবৰ পালেই আহি ওলাইছিল। বাহিৰৰ চৌকাত দাদাৰ বাবে মুৰ্গী ৰান্ধি দিছিল। মুৰ্গী কিনি অনাৰ পৰা কাটি ৰন্ধালৈকে সকলো কাম কাইতাদাই অকলে নিজেই কৰিছিল। আমিও অৱশ্যে খোৱাৰ ভাগ পাইছিলো

আৰু কাইতাদাই বন্ধা তৰকাৰীত ৰাজভোগৰ সোৱাদ উপভোগ কৰিছিলো। মাৰ বন্ধা সেবেকো আলু-বেঙেনা বা আলু ভিকাৰ মাছৰ জোলতকৈ কাইতাদাই বন্ধা মুৰ্গীৰ মাংসত মোৱাই খানাৰ সোৱাদ পাইছিলো। শেহৰ দিনে কাইতাদাই দাদাই বাহিৰৰপৰা কেইদিনৰ কাৰণে ঘৰলৈ আহিলে নিজৰ ঘৰতে খাবলৈ মাতিছিল। লগতে আমাকো মাতিছিল। আবেলিৰ জলপান খাবলৈহে বেছিভাগ দিন মাতিছিল। কাইতাদাৰ অভাৱৰ সংসাৰত আমাৰ সকলোৰে উপস্থিতিত কিবা সমস্যাৰ সৃষ্টি হ'ব পাৰে- সেয়া আমি ভবাই নাছিলো। কাইতাদাৰ হাতৰ বন্ধা বস্তুহে আমাৰ আকৰ্ষণ আছিল। আন কথা ভাবিবৰ বা বিবেচনা কৰিবৰ আমাৰ বয়সে হোৱা নাছিল।

কাইতাদাৰ বিয়াৰ সময়ত আমাৰ মাক ধৰ্মীয় মা পাতিছিল। সেই সময়ত তেনে প্ৰচলন আছিল। জাতি কুলৰ ঠিক নথকা ল'ৰাৰ বিয়াৰ সময়ত সম্ভ্ৰান্ত পৰিয়ালৰ পুৰুষ বা মহিলা কোনোবাই ধৰ্মীয় পিতা আৰু ধৰ্মীয়া মাক হৈ বিয়াৰ ধৰ্মীয় আচাৰ নীতিবোৰ পালন কৰিছিল। কাইতাদাৰ বিয়া উপলক্ষে মা হ'ল কাইতাদাৰ ধৰ্মীয়া মা, সেই সূত্ৰে মাক মা বুলিয়ে মাতিছিল আৰু মাৰ কোনো কথাকে নেপেলাইছিল।

ৰাজপৰিয়ালৰ বান্ধনি হৈ থকাৰ সময়ত মাজে সময়ে কাইতাদাই অসুখ-বিসুখত ভুগিছিল। এবুকু ওখ চৌকাত দিনে-নিশাই জুইৰ সন্মুখত বন্ধা-বঢ়া কৰি বুকুৰ বেমাৰত ভুগিছিল। তেতিয়া কিছুদিন ছুটি লৈ ঘৰতে জিৰণি লৈছিল। তেনে সময়ত কেতিয়াবা আমাৰ মিচিনা সৰু সৰু ঘৰত বন্ধা বঢ়া কৰি নিজৰ খোৱা-লোৱাৰ যোগাৰ ৰাখিছিল। পিছে বেছিদিনৰ বাবে নহয়। বৰ বেছি এমাহ বা উনেছ-বিছ দিন। কাইতাদা নহলে ৰাজবাড়ীৰ নচলে।

কাইতাদাৰ বিয়া হ'ল। কইনাৰ নাম টুলটুলি। কাইতাদা ওখ পাখ, দেখাতো ভাল। টুলটুলি বৌ সিমান ওখ নহয়, দেখাতো মোটামোটি। স্বভাৱত শান্ত আৰু বিনয়ী। স্বভাৱ চৰিত্ৰ ভাল। কণ্ঠীৰে জোৰালী। টুলটুলি বৌৱে ল'ৰা-ছোৱালীৰ জন্ম দিওঁতে বৰ অসুখত ভুগিছিল, কাৰণ কেইটা ভ্ৰূণ অৱস্থাতে নষ্ট হ'ল। শেহত এটা ল'ৰা সুস্থভাৱেই জন্ম ল'লে। বৰ আকাংক্ষিত ল'ৰা। কাইতাদাই নাম ৰাখিছিল 'অঘোৰ'। ডাক্তৰ চোৱাত প্ৰায়ে মেডিকেল কাইতাদাৰ লগত আমাৰ ঘৰলৈ আহিছিল। ডাক্তৰ হৈ মেডিকেলৰ চেষ্টা পাতিবলৈ পাৰিছিল। কিছুদিন অশোকক লৈ কাইতাদাৰ সৰু সংসাৰখনত বেছ আনন্দ

আছিল। সীত বেটিয়ে নাতি পাই বৰ খুচী। কাইতাদাই পিতৃ হিচাপে বেছ গৰ্বী হ'ল। টুলটুলি বৌও সাৰ্থক জন্ম দি মাক হোৱাৰ পৰিপূৰ্ণতাত আনন্দিত। কিন্তু সেই পাৰিবাৰিক সুখ স্থায়ী নহ'ল। দুদিনৰ তেজ-হাগনিত অঘোৰ ঢুকাই থাকিল। ঘৰখনত সকলোৰে পগলাৰ নিচিনা হ'ল। কাইতাদা ভাঙি পৰিল। ভঙা মনটোৱে শৰীৰটোকো ভাঙিলে। কাইতাদাই প্ৰায়ে বুকুৰ অসুখত ভুগিব ধৰিলে। কিছুদিন কাম কৰে, কিছুদিন জিৰণি লয়। এনেভাৱেই ৰাজবাড়ীৰ ৰান্ধনিশালৰ কাম চলাই আছিল। এদিনাখন, আৰু নোৱাৰিলে।

বিয়া-বাৰু হৈ মই গৌৰীপুৰ এৰিলো। কাইতাদাৰ লগত আৰু দেখা নহ'ল।

কৰ্মসংক্ৰান্তত চৌধুৰীয়ে গৌৰীপুৰলৈ বদলি হৈ আহিল। লগত মই। কাইদাৰ খবৰ বহুদিন পোৱা নাছিলো। মোৰ প্ৰথম ছোৱালী 'মামুন'ৰ জন্ম দি কেঁচুৱাৰ লগত ময়ো ব্যস্ত। এদিনাখন ৰাতিপুৱা টুলটুলি বৌ আহিল। টুলটুলি বৌৰ বগা সাজ দেখি চক্ খালো। বগা সাজে সকলো ক'লে। বুকুখন শুদা শুদা লাগি গ'ল। কাইতাদাৰ অসুখে ঘৰখনক দাৰিদ্ৰৰ চৰম সীমালৈ ঠেলি নিছিল।

কাইতাদাৰ পাৰলৌকিক কামবোৰৰ বাবে টুলটুলি বৌৱে মানুহৰ ঘৰে ঘৰে ভিক্ষা খুজি ফুৰিছে। মনটো কিবা কিবা যেন লাগিল। পাৰোমানে সহায় কৰিলো যাতে কাইতাদাৰ আত্মাই চিৰশান্তি পায়। ❑

# অঘোৰ

অঘাইতং ল'ৰা অঘোৰ। কাইতাদা আৰু টুলটুলি বৌৰ একমাত্ৰ সন্তান। সৰু থাকোঁতে দেউতাকৰ বোকোচাত উঠি আমাৰ ঘৰলৈ আহিছিল। অলপ ডাঙৰ হোৱাত দেউতাকৰ আঙুলিত ধৰি ধৰি খোজকাঢ়ি আহিছিল। দুষ্ট ল'ৰাটোক চম্ভলা টান দেখিলে, মাক টুলটুলি বৌৰ লগতে আমাৰ ঘৰলৈ পঠিয়াই দিছিল। বুঢ়ী আইতাক সীত বৌটিৰ পক্ষে অঘাইতং নাতি অঘোৰক চম্ভলা বৰ সহজ কথা নাছিল। দুদণ্ড ক'তো সুস্থিৰ হৈ বহি নাথাকে। দুষ্ট হলেও তাক বৰ মৰম লাগিছিল। তাৰ দুষ্টামিবোৰ দেখি হাঁহি উঠিছিল। তাৰ দুষ্টামিবোৰ নিজক লৈ। আনক একো দিগ্‌দাৰী নিদিছিল। ঘৰৰ বস্তু বাহানি লৈও উদভণ্ডালি নকৰিছিল।

অঘোৰৰ দুষ্টামি দেখি হাঁহিয়ে উঠে। এবাৰৰ কথা মনত পৰে। বাৰিষাৰ বতৰ। খাল-বিলবোৰত মাছৰ আগমন হয়। বৰশীৰে মাছ ধৰিবৰ বাবে বৰলৰ টোপ থকা বাহ অ'ত ত'ত বিচৰা হয়। অঘোৰে বৰলৰ বাহ বিচাৰি চলাথ কৰি থাকে। তেনে কৰোঁতে এদিনাখন আমাৰ ঘৰতে এটা বৰলৰ বাহ দেখা পাই সি ভাঙিলে। বৰলৰ টোপটো আনিব যাওঁতে বৰলবোৰ অ'ত ত'ত উৰি ফুৰিব ধৰিলে। উদা গাৰে অঘোৰ ওচৰতে থিয় হৈ আছিল। এটা বৰলে তাৰ উদং পেটতে কামুৰিলে। অঘোৰে 'আই ঐ' বুলি চিঞৰি বৰলাটোক হাতেৰে থাপ মাৰি ধৰিলে। বকিব ধৰিলে "আবো কামৰাবু"? ইফালে হাতৰ মুঠিৰ ভিতৰতে থকা বৰলাটোৱে ওলাই অহাৰ বাট বিচাৰি নাপাই অঘোৰৰ হাতৰ তলুৱাতে কামুৰিব ধৰিলে। সিফালে অঘোৰৰ খেয়ালে নাই। হাতৰ মুঠি নোখোলাকৈয়ে আছে আৰু দাঁত কামুৰি কামুৰি বকি আছে, "আবো কামৰাবু? আবো কামৰাবু?" হাতৰ মুঠিৰ হেঁচাত বৰলাটো অৱশেষত মৰিল। তেতিয়াহে অঘোৰে হাতৰ মুঠি খুলিলে। বৰলাটো মৰিলে ঠিকে, পিছে মৰাৰ আগত যিমান পাৰে অঘোৰৰ হাতৰ তলুৱা কামুৰি ক্ষত-বিক্ষত কৰি দিছিল। অঘোৰৰ

কাণ্ড দেখি বৰ হাঁহি উঠিছিল। আৰু অঘোৰ নামটো যে সাৰ্থক নাম সেয়া উপলব্ধি কৰিলো। অঘোৰ মানে প্ৰচণ্ড। প্ৰচণ্ড সাহ, প্ৰচণ্ড সহ্য শক্তি। মৰা বৰলটোক চাই চাই মাৰি পেলোৱাৰ তৃপ্তিত বৰলৰ ওপৰত উঠা খং মাৰ গ'ল আৰু অঘোৰে আমাৰ পিনে চাই হাঁহি দিলে।

এনেহেন উদভণ্ডালি কৰা অঘোৰক স্কুলত দিয়ো লাভ নহ'ল। পঢ়াশুনাত মুঠেও মতিগতি নাছিল। টলৌ টলৌ কৰি ঘুৰি ফুৰিবলৈ সি ভাল পাইছিল। এটা মাত্ৰ ল'ৰা? ঘৰৰ শাসন সেয়ে কঠোৰ নাছিল। সিহঁত থকা বস্তীৰ ওচৰতে ৰাজবাড়ীৰ আমবাগান। আম, জামু, জামৰুল, পনীয়ল, আমলখি জলফাইৰ বাগিচা। শিলগুটি দলিয়াই দলিয়াই পাৰি সেইবোৰ খাই খাই দিনবোৰ কটাবলৈয়েই সি ভাল পাইছিল। এনেকৈ খাই ফুৰি এবাৰ তাৰ তেজহাগনি হ'ল। দৰবে কাম কৰাৰ আগতেই অঘোৰে শেষ নিঃশ্বাস ত্যাগ কৰিলে। ৭/৮ বছৰীয়া অঘোৰৰ জীৱন প্ৰদীপ ভালদৰে জ্বলি উঠাৰ আগতেই নুমাই গ'ল। আইতাক সীত বেটি, দেউতাক কাইতা দা, মাক টুলটুলি বৌ সকলোৰে মায়া ত্যাগ কৰি অঘোৰ সিপুৰীলৈ গুচি গ'ল অকালতে। বাচি থাকিলে আজি অঘোৰে কিমান দুৰ্দান্ত হ'লহেঁতেন সেয়া অনুমান কৰাৰ আগতেই অকালতে কলিটো মৰহি গ'ল।

এতিয়াও অঘোৰৰ ছবি চকুৰ আগত ভাহি উঠিলে হাতত বৰলটো টিপা মাৰি ধৰি দাঁত কামুৰি থিয় হৈ থকা মুখত অলপ দুষ্ট হাঁহিৰে অঘোৰৰ সেই অঘাইতং চেহেৰাটো দেখা পাওঁ। ❑

# পিয়াৰী

খেদু নাপিতৰ দুই নম্বৰ পত্নী পিয়াৰী। পুনাচীৰ নিচিনা তাইও মাজে সময়ে আমাৰ ঘৰত কামবন কৰিছিল। পুনাচী পিছে যিমান ধকৰা আছিল পিয়াৰী সিমান নাছিল। নিজৰ ল'ৰা-ছোৱালী নাই। সতিনীয়েকৰ ল'ৰা-ছোৱালী কেইটিকে নিজৰ বুলি আকোৱালি লৈছিল। খেদুৰ প্ৰথম পত্নীৰ ল'ৰা-ছোৱালীবোৰে পিয়াৰীক ভাল পাইছিল যিমান, পিয়াৰীৰ বাধ্যও আছিল সিমান। তাই হিংসাকুৰীয়া নাছিল বাবেই সতিনীয়েকৰ সন্তানবোৰক নিজৰ বুলিয়ে মানি লৈছিল। খেদু নাপিতৰ সংসাৰখনত দুজনীকৈ ঘৈণীয়েক থাকিলেও অশান্তি নাছিল। পুনাচীতকৈ পিয়াৰী বেছি চতুৰা আছিল; ব্যক্তিত্বও আছিল। সেয়ে খেদুৰ সংসাৰত তাইক সকলোৱে সমীহ কৰি চলিছিল।

পিয়াৰী সদায় আমাৰ ঘৰত কাম নকৰিছিল। যেতিয়াই প্ৰয়োজন হয়, পিয়াৰীক মাতিলেই পিয়াৰী আহি উপস্থিত হৈছিল; আমি বিচৰা মতে সহায় কৰি দিছিল।

কোকৰাঝাৰত ছোৱালীৰ বাবে নতুনকৈ স্থাপিত এম ই স্কুলখনত প্ৰধান শিক্ষয়িত্ৰীৰ প্ৰয়োজন হ'ল। ধুবুৰী মহকুমাৰ (তেতিয়া ধুবুৰী এটা মহকুমাহে আছিল। আজিকালিৰ নিচিনা জিলা নাছিল) স্কুলৰ সহ-পৰিদৰ্শক আছিল হৰিপ্ৰসন্ন তামুলি দেব। আমাৰ লগত চিনা পৰিচয় আছিল। ৰমাবা'ৰ কথাটো দেউতাক কৈছিল। ৰমাবা তেতিয়া বি এ পঢ়ি আছিল। কলেজৰ গৰমৰ বন্ধৰ সময়। দেউতাই ভাবিলে গৰমৰ দিনকেইটা ঘৰতে বহি থকাতকৈ কোক্ৰাঝাৰৰ স্কুলখনৰ চাকৰিটোত যোগ দিলে কিছু টকাও আৰ্জিব পৰা যাব। যদি ৰমাবা'ৰ মন বহে তাতেই চাকৰিটো স্থায়ী হ'ব। চাকৰি পোৱা সিমান সহজ নহয়। চাকৰিটো নিজে নিজে হাতত আহিছে যেতিয়া হাতৰ লক্ষ্মীক অনাদৰ কৰিব নাপায়। পৰিস্থিতি চাই প্ৰাইভেটও পৰীক্ষা দিব পাৰিব বুলি বমা বাৰে।

নতুন ঠাই। ভেনেই গাঁও হেন ঠাই। ৰমাবা'ৰ লগত যোৱাৰ বাবে পিয়াৰীক ঠিক কৰা হ'ল। পিয়াৰীক লগত লৈ ৰমাবায়ে চাকৰিত যোগ দিবলৈ গ'ল। দুদিন পিছত দুয়ো উভতি আহিল। ইমান অগম্য ঠাই। স্থুলখনৰ চাৰিওপিনে জংঘল। দিনতে বাঘ আহে। ৰাতিটো বাঘৰ গোঁজৰণি শুনি ভয়তে পিয়াৰীৰ ঘন ঘন শৌচ হয়। পিয়াৰীক ভৰসা কৰিয়ে ৰমাবা'ক পঠোৱা হৈছিল। সেই পিয়াৰীৰ বাঘৰ ভয়ত মুছকছ যোৱা অবস্থা দেখি ৰমাবা'বো হাত-ভৰি পেটত সোমাল। দুয়ো শুটি আহিল। পিয়াৰী আচলতে বৰ ভয়াতুৰ।

পুনাচীৰ হাতত মায়ে নাখাইছিল। কিন্তু নাপিতক সমাজত অলপ ওখ স্থান দিয়া হয়। নাপিতৰ ঘৰণি পিয়াৰীক মায়ে ইটো-সিটো খোৱাবস্তু বনাবলৈ দিছিল। পিয়াৰীৰ আটা মৰাৰ কিটিপটো চাই অবাক হৈছিলো। আটা মাৰিব লোৱা কাঁহীখনত আটাৰ ওপৰতে দিলে এসোপা পানী ঢালি। চাই থকা মই হৈ হৈ কৰি চিঞৰি উঠো, "কি কৰিলি? ইমান গেলগেলিয়া কিয় কৰিলি? ৰুটি কেনেকৈ বেলিবি? পিয়াৰীয়ে হাঁহে। উত্তৰ দিয়ে — "চাই থাকা। পানীখিনি কেনেকৈ শুকাই দিম।" মাৰোতে ডলোতে সঁচাকৈয়ে আটাৰ পানীখিনি শুকাই যায়। বেলি দিয়া ৰুটিকেইখন মায়ে সেকে। বৰ নৰম হয়; বৰ সোৱাদ হয়। বহুত কাম কৰা মানুহৰ বহুত ধৰণে আটা মৰা দেখিছো; পিছে পিয়াৰীৰ আটা মৰাৰ কিটিপেই বেলেগ।

পিয়াৰী পিছে নৰম প্ৰকৃতিৰ নাছিল। সেয়ে অলপ কথাতে বেয়া পোৱা হ'লে কাম কৰিবলৈ নাহিছিল। গৰজটো তাইৰ নহয়, আমাৰহে। পিয়াৰীৰ মেজাজ চাই আমি তাইক চব কামতে নখটুৱাইছিলো। নাপিতৰ ঘৈণীয়েক; তাইৰ দাম অলপ যেন বেছি।

পিয়াৰীক বহুদিন লগ পোৱা নাছিলো। ইতিমধ্যে খেদু নাপিত ঢুকাল। গোটেই সংসাৰখন পিয়াৰীৰ নিৰ্দেশমতে চলে। সতীয়া ল'ৰা-ছোৱালীবোৰেও পিয়াৰীক বৰ মানে।

মোৰ বিয়া হ'ল। চৰকাৰী বদলিৰ চাকৰি লৈ মোৰ স্বামী অমৰ চৌধুৰীয়ে গৌৰীপুৰত নতুনকৈ বহা গড়কাপ্তানি বিভাগৰ কাৰ্যবাহী অভিযন্তা হৈ গৌৰীপুৰলৈ আহিল। দেউতাৰ মাৰাত্মক অসুখ। কৰ্কট ৰোগত আক্ৰান্ত। ডিব্ৰুগড়ত ডাঃ দাদাৰ লগত আছিল। মাও লগতে। গৌৰীপুৰৰ ঘৰত আমি

অকলে। মই তেতিয়া অন্তঃস্বত্বা। মামুনৰ জন্ম হ'ল। কেঁচুৱাৰ কাপোৰ কানি ধুবলৈ, মোক মালিচ কৰিবলৈ পিয়াৰীক বিচাৰি অনা হ'ল। ডাঙৰ বাইদেৱে এইবোৰ সকলো ঠিক কৰি দিলে। সিদিনা পিয়াৰী মোৰ লগত নাথাকিলে মই বৰ মস্কিলত পৰিলোহেঁতেন। তাই কেইমাহমান মোৰ লগতে থাকিল। সেয়াই পিয়াৰীৰ লগত মোৰ শেষ দেখা সাক্ষাৎ।

গৌৰীপুৰৰপৰা বদলি হৈ অন্যত্ৰ গ'লো। পিয়াৰীৰ খবৰ আৰু নাপাওঁ। ইমান দিন নিশ্চয় তাই জীয়াই থকা নাই। ❑

# শ্যামলাল

আঠ বছৰীয়া ককায়েক ৰামলালৰ হাতত ধৰি এদিনাখন পাঁচবছৰীয়া শামলালে আমাৰ গৌৰীপুৰৰ ঘৰলৈ আহি ওলাল।

শামলাল-ৰামলালৰ মাক গৌৰীপুৰৰে মাটিৰ বাচন বনোৱা কুমাৰৰ ঘৰৰ জীয়াৰী। নগাঁওৰ দেছোৱালী ল'ৰা এজনৰ লগত বিয়া হোৱাৰ পিছৰপৰা তাতেই আছিল। এদিনাখন ল'ৰা দুটাৰ মায়া এৰি সিপুৰীলৈ গ'ল, আৰু এটি সন্তানৰ জন্ম দিবলৈ গৈ। মাক মৰা ল'ৰা দুটাক চম্ভালিব নোৱাৰি, নিজকো আৰ্থিক দুৰৱস্থাই জুৰুলা কৰাত ৰামলাল শ্যামলালৰ দেউতাক গৌৰীপুৰৰ শহুৰৰ ঘৰত আহি থিতাপি ল'লে। ল'ৰা দুটাৰ মোমায়েক সমুৰাই আমাৰ ঘৰলৈ লৈ আনিলে। ডাঙৰটো অৰ্থাৎ ৰামলালক ডাঙৰ ককাইদেৰে ৰাখিলে। সৰু শ্যামলালৰ দায়িত্ব ল'লে ডাঙৰ বাইদেৱে।

সিহঁত দুটা আমাৰ ঘৰলৈ অহাৰ প্ৰথম দিনটো মনত পৰিলে এতিয়াও হাঁহি উঠে। দুপৰীয়াৰ ভাত সাজ খাবলৈ দিয়া হৈছিল দুয়ো ভায়েকক। ৰান্ধনি ঘৰৰ বাৰাণ্ডাত ভাত খাবলৈ দিয়া হ'ল। ওপৰাকটিকৈ বাহি খাবলৈ লৈছিল শ্যামলালে। পেটত খাবলৈ ভাতে নাই। পিন্ধিবলৈ কাপোৰ ক'ত পাব? ফটা পেণ্টটোৰ ফাকেৰে সকলো উদং হৈ দেখা গ'ল। ভাত দিবলৈ ধৰিছিল মায়ে। শ্যামলালক ক'লে, "ঐ বেটা ভালকৈ বহ।" মই ওচৰতে আছিলো। দেখি মোৰো হাঁহি উঠিল। শ্যামলাল বেচেৰা প্ৰথমতে একো বুজি পোৱা নাছিল আমি কিয় হাঁহিছো। মাৰ ভাষাও বুজি পোৱা নাছিল। ককায়েকে কওঁতেহে বুজি পাই লেপেটা কাঢ়ি বহি ভাতখিনি খালে।

শ্যামলালে তেতিয়াৰ পৰা ডাঙৰ বাইদেউৰ লগতে থাকি গ'ল। ৰবি, শংকৰ, শ্যামলৰ লগতে উমলি, ইটো-সিটো আলপেচান ধৰি থাকে। ডাঙৰ বাইদেৱে শালকেচালৈ গ'লে তাতে গৈ থাকে। ডাঙৰ বাইদেৱে গৌৰীপুৰলৈ আহিলে আমাৰ ঘৰতে থাকে।

লাহে লাহে শ্যামলাল ডাঙৰ হ'ব ধৰিলে। ৰবি-শংকৰক পঢ়োৱাৰ লগে লগে শ্যামলালকো পঢ়িবলৈ আৰু লিখিবলৈ শিকালে ডাঙৰ বাইদেৱে। কোনো শিক্ষানুষ্ঠানত নপঢ়াকৈয়ে আগলৈ শ্যামলালে অসমীয়াত চিঠি লিখিব জনা হ'ল। ইংৰাজী লিখা চিঠিপত্রৰ ঠিকনাবোৰ পঢ়িব পৰা হ'ল।

ডাঙৰ বাইদেউ আৰু ভিনদেউক মা আৰু বাবা বুলি মতা কাৰণে আমাৰ দেউতা আৰু মাক নানা নানী বুলি মাতিবলৈ ল'লে। দাদাহঁতক মামা আৰু ৰমাবা আৰু মোক মাসিমা বুলি মাতিবলৈ ল'লে। ডাঙৰ হৈ অহাৰ লগে লগে শ্যামলাল আমাৰ সকলোৰে সৌহাৰ্দ স্বৰূপ হ'ল।

শ্যামলালৰ নিচাৰ ভিতৰত আছিল চিনেমা চোৱাৰ নিচা। সপ্তাহত এখনকৈ চিনেমা তাক চাবলৈ দিবই লাগিব। নহ'লে কামবন স্ফূৰ্তিৰে নকৰে। চিনেমা চাবলৈ দিলে দুগুণ উৎসাহত কামবন কৰে।

শ্যামলাল আৰু অলপ ডাঙৰ হ'ল। ১৪/১৫ বছৰমান বয়স হ'ল। মাত ভাঙিল। ওখ হ'ল। স্বাস্থ্য পিছে নহ'ল। ক্ষীণমীন পিংলিঙীয়া চেহেৰা লৈয়ে বহুত কাম কৰিব পৰা হ'ল। সি আমাৰ ঘৰৰে এজন হ'ল। ইতিমধ্যে তাৰ দেউতাক ঢুকাল। আমাৰ ঘৰখনে তাৰ ঘৰ হ'ল। ডাঙৰ বাইদেউ তাৰ প্ৰকৃত অভিভাৱক হ'ল। ৰবি, শংকৰ, শামল গৌৰীপুৰৰ আমাৰ ঘৰতে থাকি পঢ়াশুনা কৰি আছিল। সিহঁতৰ আলপৈচান ধৰিবৰ বাবে ডাঙৰ বাইদেৱে শ্যামলালক গৌৰীপুৰৰ ঘৰতে ৰাখিলে। শ্যামলালেও গৌৰীপুৰতে থাকিবলৈ ভাল পায়, কিয়নো তাত থাকিলে মাহত অন্ততঃ চাৰিখনকৈ চিনেমা চাব পাৰে। সু-স্বাস্থ্যৰ অধিকাৰী নহলেও গাত শক্তি আছে। ডেকা ল'ৰাৰ নিচিনা কাম কৰিব পাৰে। কথা-বতৰাতো সপ্ৰতিভ। দেহেৰাৰী ল'ৰা যেন নালাগে। ঘৰৰ ভিতৰত মাৰ লগতে অলপ বনিবনা নহৈছিল তাৰ। 'নানী'ক বেছি খাতিৰ নকৰিছিল সি। 'নানা'তো তাৰ ওচৰত দেৱতাহে। 'নানা'ৰ কথা বেদবাক্য— কেতিয়াও অৱহেলা নকৰিছিল।

শ্যামলাল ডেকা হ'ল। নিজাকৈ সংসাৰ এখন পতাৰ চিন্তা মনত আছিল। সেয়ে চাকৰি কৰি টকা অৰ্জাৰ চিন্তাও আছিল মনত। ডাঙৰ বাইদেৱে নিজৰ সুখ সুবিধাৰ বাবে কাৰো অন্যায় কৰিবলৈ নিবিচাৰে। শ্যামলালে পিয়নৰ কাম কৰাৰ যোগ্যতা আৰ্জিছে যেতিয়া, তাক গ্ৰামসেৱক সংস্থা এটাৰ অফিচত পিয়নৰ চাকৰিত সুমুৱাই দিলে। ডাঙৰ বাইদেউ তেতিয়া শালকোচাৰ ওচৰৰ

চাপৰগ্ৰাম উন্নয়ন সংস্থা এটাৰ পৰিচালিকা আছিল। শ্যামলালক পিয়ন হিচাপে নিযুক্তি দিলে। শ্যামলালৰ উপাধি সম্বন্ধে ইমান দিনে আমি একো ভবা নাছিলো। এতিয়া তাৰ উপাধি 'পণ্ডিত' দিয়া হ'ল। শ্যামলালৰ উপাধি 'পণ্ডিত' কিয় হ'ল কব নোৱাৰো। তাৰ বাপেক আছিল জাতিত কুমাৰ। কুমাৰ এজনে পণ্ডিত উপাধি লিখে নে নিলিখে নাজানো। ভিনদেউইঁতে তাক পঢ়াশুনা কৰা দেখি পণ্ডিত বুলি জোকাইছিল। সেয়ে সন্দেহ হয় তাৰ আচল উপাধি পণ্ডিত নে পণ্ডিত উপাধিটো জোকোৱাৰ ফলস্বৰূপে তাৰ নামৰ লগত যোৰা গ'ল। অৱশ্যে এইটোও ঠিক তাৰ ককায়েক ৰামলালেও পণ্ডিত বুলিয়ে তাৰ উপাধিটো লিখে। যি কি হওক শ্যামলাল পণ্ডিত পিয়ন হ'ল।

পূব পাকিস্তান ভাৰত সীমান্তৰ সীমা সুৰক্ষাৰ বাবে গড়কাপ্টানি পথ বিভাগৰ কেইবাটাও নতুন অফিচ খোলা হয়। গৌৰীপুৰত তাৰে এটি অফিচ খোলাৰ দায়িত্ব লৈ চৌধুৰী গৌৰীপুৰলৈ বদলি হৈ আহিল। ডাঙৰ বাইদেউৰ চুপাৰিচত শ্যামলালে সেই অফিচত চাকৰি পালে। চৰকাৰী অফিচৰ পিয়ন হৈ শ্যামলাল বৰ খুচী। শালকোচাৰপৰা গৌৰীপুৰলৈ আহি থিতাপি ল'লে। বিয়া বাৰুও কৰিলে। ঘৰৰ ল'ৰা হেন শ্যামলাল। আমাৰ সকলো কামত সহায় কৰে। মামুনৰ জন্মৰ সময়ত আমাৰ ঘৰখন শ্যামলালেই অকলে চম্ভালিলে।

আমি এটা সময়ত গৌৰীপুৰৰপৰা বদলি হৈ তুৰালৈ গ'লো। তাৰ পিছত শিলঙলৈ বদলি হ'লো। ইতিমধ্যে সীমান্ত পথৰ কামবোৰ প্ৰায় সম্পূৰ্ণ হৈ অহাত গৌৰীপুৰৰ অফিচটো উঠি অহিল গুৱাহাটীলৈ। অফিচৰ লগত শ্যামলালো গুৱাহাটীলৈ আহিব লগা হ'ল। শ্যামলাল তেতিয়া দুটা ল'ৰাৰ পিতৃ। শ্যামলালৰ ঘৈণীয়েক সোণা ল'ৰা দুটা লৈ গৌৰীপুৰতে থাকিল। গুৱাহাটীৰ নিচিনা ঠাইত ঘৰ চলোৱা আৰ্থিক দিশত বৰ টান। সোণাৰ নিজৰো এটা কাৰবাৰ আছে। গাখীৰ বেচি বেছ কিছু উপাৰ্জন হয়। শ্যামলালে বন্ধৰ দিনবোৰৰ সুযোগ লৈ স্ত্ৰী-পুত্ৰৰ মাজত আহি থাকে। এনেকৈয়ে চলি আছিল।

গুৱাহাটী অফিচত থাকোঁতেই এবাৰ শ্যমলালে তাৰ উৰ্দ্ধতন বিষয়াৰ লগত অসমৰ বাহিৰত ঘূৰি ফুৰিবৰ সুবিধা পাই বৰ খুচী হ'ল। বহুত তীৰ্থ ঠাই ঘূৰিলে। শ্যামলালৰ বহুদিনীয়া হেপাহ এটি পূৰ্ণ হ'ল। তাৰ মন আনন্দত আপ্লুত। মোক সি বৰ ভাল পাইছিল; বৰ শ্ৰদ্ধাও কৰিছিল। তাৰ মনৰ

আনন্দখিনি মোৰ আগত প্ৰকাশ কৰি মোলৈ এখন চিঠি লিখিছিল। আমি তেতিয়া গাৰোপাহাড়ৰ তুৰাত। মোলৈ লিখিছিল, "সৰু মাহী, মোৰ গুপৰৱালাৰ পৰিয়ালৰ লগত মই অসমৰ বাহিৰৰ বহু নেদেখা ঠাই আৰু তীৰ্থস্থান ঘুৰি ফুৰি বৰ আনন্দ পালো। আপোনালোকৰ নিচিনা ডাঙৰ আৰু সহৃদয় মানুহৰ সংস্পৰ্শত অহা বাবেই মই এই সুযোগকণ পালো। সৰু মাহী, মই আপোনালোকৰ ঋণ হয়তো শোধ কৰিব নোৱাৰিম। মই আপোনালোকৰ ওচৰত কৃতজ্ঞ। আপোনালোকৰ মৰম আৰু আশীৰ্বাদ পাই মই ধন্য হৈছো।" চিঠিখন পাই উপলব্ধি কৰিছিলো অসমৰ বাহিৰত যোৱাৰ সুযোগ পাই শ্যামলাল নথৈ সুখী আৰু আনন্দিত হৈছে।

আমি শিলচৰত থাকোঁতে এদিনাখন এটা বৰ বেয়া খবৰ পালো। শ্যামলালৰ হেনো কেন্সাৰ হৈছে। আমাৰ দেউতাই কৰ্কট ৰোগত আক্ৰান্ত হৈ মৃত্যুক সাৱটি লৈছিল। সেই কৰ্কট ৰোগৰ চিকাৰ হ'ল আমাৰ ঘৰতে ডাঙৰ হোৱা শ্যামলাল। বৰ বেয়া লাগিল মনটোত। আমি যেতিয়া খবৰটো পালো তেতিয়া শ্যামলালৰ অৱস্থা বেয়াই। ভুল চিকিৎসাৰ বাবে শ্যামলালৰ আয়ুস সোনকালেই শেষ হ'ল। ডিঙিৰ বাহিৰৰ পিনে হেনো এটা ফোঁহা হৈছিল। গুৱাহাটীৰ মেডিকেলত সেই ফোঁহাটো সাধাৰণ ফোঁহা বুলি কাটি দিলে। ফোঁহাটো পিছে সাধাৰণ নাছিল। কৰ্কট জাতীয় ফোঁহা। শ্যামলালে আৰু বেছিদিন নাবাচিব বুলি বুজি পোৱা গ'ল। অফিচৰপৰা তাক ছুটী দিলে। এদিনাখন সেই কটা ঘা ডোখৰৰে ফোহোৱাৰ নিচিনা তেজ ওলাই শ্যামলালক চিৰদিনৰ বাবে নিঃস্তব্ধ কৰি দিলে। শ্যামলালে নিজৰ ছোৱালীজনীক আৰু চাই যাব নোৱাৰিলে। খুব কম বয়সতে শ্যামলালে পৃথিৱী এৰিলে। ৩০/৩২ বছৰমান বয়স হৈছিল। শ্যামলালৰ মৃত্যুৰ খবৰটোৱে মনটোক বৰ বিষণ্ণ কৰি তুলিছিল। মোৰ বহুত কামৰ সহায় আছিল সি। মোক ভালো পাইছিল আটাইতকৈ বেছি। মোৰপৰা প্ৰশ্ৰয়ো পাইছিল সি। ঘৰৰ ল'ৰা হৈ থকা শ্যামলালৰ মৃত্যুত এজন ভাগিনক হেৰোৱাৰ নিচিনা দুখ পাইছিলো। ☐

# বানাৰচী

বানৰচী আমাৰ ঘৰত কাম কৰিবলৈ আহিল যেতিয়া, মোৰ স্বামী চৌধুৰী গৌৰীপুৰলৈ বদলি হৈ আহি নতুনকৈ গড়কাপ্টানি বিভাগৰ অফিচ এটা খুলিলে। নতুন অফিচত বানাৰচীক মালী হিচাপে নিয়োগ কৰা হৈছিল। মোৰ সম্বন্ধীয়া মহা এজনৰ ঘৰত বানাৰচীৰ খুৰা 'বাৰু'ৱে কাম কৰিছিল। খুৰাকৰ লগত বানাৰচী আহিল।

বিহাৰী ল'ৰাবোৰৰ সৰুতে বিয়া হয়। বানাৰচীৰো সৰুতে বিয়া হৈছিল। কইনাই পুষ্পিতা হৈ বানাৰচীৰ ঘৰলৈ অহাৰ আগেয়ে মৰি থাকিল। বানাৰচীয়ে দ্বিতীয়বাৰ বিয়া নকৰালে।

বানাৰচীয়ে মালী হিচাপে অফিচৰ বাগিচাতো কাম কৰিছিল আমাৰ ঘৰৰ ফুলনি বাৰীতো কাম কৰিছিল।

বানাৰচীৰ নিচিনা ইমান আন্তৰিকতাৰে কাম কৰা আমাৰ ঘৰৰ কাম কৰা ল'ৰাবোৰৰ ভিতৰত দ্বিতীয়জন পোৱা নাছিলো। কামত ফাকি দিব নিশিকিলে। বৰ বিশ্বাসী আৰু তাক বিশ্বাস কৰি গোটেই ঘৰটো উন্মুক্ত কৰি গ'লেও ক'তো এটা সামান্য বস্তুৰো ইফাল সিফাল নহৈছিল।

গৌৰীপুৰত তেতিয়া বিজুলি সৰবৰাহৰ ব্যৱস্থা নাছিল। গৰমৰ দিনত দুপৰীয়া ভাত সাজ খাই উঠি মাটিত পাটী পাৰি শুই থাকোঁতে ছটফটাই থকা দেখিলে বানাৰচীয়ে হাত-বিচনী এখন লৈ আমাক বিচি থাকে। হাক দিলেও নুশুনে। বৰ সেৱা পৰায়ণ আছিল।

গৌৰীপুৰত বদলি হৈ অহাৰ কেইমাহমান পিছত আমাৰ প্ৰথম সন্তান মামুনৰ জন্ম হ'ল। বানাৰচীৰ আবেলিপৰৰ কাম ওলাল। 'প্ৰাম' এখনত মামুনক শুৱাই লৈ, বহিব পৰা হোৱাত বহাই লৈ বাটত নাইবা ওচৰেৰে খেল-পথাৰত ঘূৰাই ফুৰে। বাহিৰা মানুহ কাকো মামুনক চুবলৈ নিদিছিল। মামুনক মাতিছিল সোণামণি বুলি। মাত ফুটাত মামুনেও মাতিছিল 'বানাবানি' বুলি।

সোণামণিৰ প্ৰতি বানাৰ্বানিৰ মৰমৰ অন্ত নাই।

গৌৰীপুৰৰপৰা তুৰা, তুৰাৰপৰা শ্বিলং, শ্বিলঙৰপৰা তেজপুৰ, তেজপুৰৰ পৰা গুৱাহাটীলৈ বদলি হৈ আহিলো। নটা বছৰ এনেদৰে বদলি হৈ বাগৰিলো। গুৱাহাটীলৈ আহি আকৌ বানাৰচীক লগ পালো। গৌৰীপুৰত থকা গড়কাপ্তানি বিভাগৰ অফিচটো গুৱাহাটীলৈ উঠি আহিল বাবে শ্যামলালৰ নিচিনা বানাৰচীও গুৱাহাটীবাসী হ'ল।

আমাৰ গুৱাহাটীত অহা কথাটো গম পাই বানাৰচীয়ে সোণামনিক চাবৰ বাবে অফিচৰ কামৰ অৱসৰত প্ৰায়ে আমাৰ ঘৰলৈ আহিবলৈ ধৰিলে।

অতি বিশ্বাসী কাৰণে আমাৰ বা আমাৰ নিজা মানুহবোৰৰ দৰকাৰত বানাৰচীক মাতি পঠোৱা হয়। বিয়াবাৰুবোৰত টেণ্ট হাউচৰপৰা ভাড়াত অনা চেয়াৰ, টেবুল, বাচন-বৰ্তন আদি কৰি সকলো বস্তুৰ পহৰাত থকাৰ কথা ওলালেই বানাৰচীৰ নাম এক নম্বৰতে ওলায়। ল'ৰাৰ বিয়াত গোটেই ঘৰ মানুহ দৰাৰ লগত গ'লে দুই-তিনিগৰাকী যি তিৰোতা মানুহ ঘৰত থাকে, বানাৰচী থাকিলে বৰ সাহ পায়। কিয়নো তেওঁলোকে জানে বানাৰচীয়ে বিনিদ্ৰ হৈ গোটেই নিশাটো ঘৰ, চৌহদ পহৰা দিবই। বয়স বাঢ়ি অহাৰ লগে লগে বানাৰচীয়ে নিৰামিষভোজী হৈ বিয়াঘৰত নোখোৱা হ'ল। বিয়াঘৰত খোৱা-লোৱাৰ অসুবিধা হ'লে, লঘোনে থাকি হ'লেও পহৰা দিয়াত ত্ৰুটি নকৰে। বছৰত এবাৰ সি বিহাৰৰ নিজৰ জন্ম ঠাইলৈ যায়। ককায়েক, ভায়েক, ভতিজাহঁতক লগ পাই আহে।

আমাৰ প্ৰতি থকা তাৰ মৰম, শ্ৰদ্ধাৰ ধৰণে বেলেগ। বহুদিন আমাক নেদেখিলে সি ভাল নাপায়। আমি যেতিয়া শ্বিলঙত আছিলো বহুদিন আমাক লগ নোপোৱাত এবাৰ গুৱাহাটীৰপৰা শ্বিলঙলৈ গৈ ওলাইছিল। শুধিছিলো, তই যে হঠাৎ?" উত্তৰ দিছিল, "বহুদিন আপোনালোকক লগ পোৱা নাই। চাবৰ মন গৈছে।" বানাৰচীৰপৰাই প্ৰথম গম পাইছিলো শ্যামলালৰ কৰ্কট ৰোগ হোৱা বুলি। গুৱাহাটীৰ নদীৰ পাৰত অফিচ সংলগ্ন ঘৰত শ্যামলাল আৰু বানাৰচী দুয়ো একেলগে আছিল।

গৌৰীপুৰৰপৰা অফিচটো গুৱাহাটীলৈ উঠি অহাত অফিচৰ কাৰ্যকৰী অভিযন্তাজনে বানাৰচীৰ লগত আমাৰ সম্পৰ্ক কেনে ভালদৰে জানিছিল। সেয়ে অফিচৰ কামৰ অৱসৰত আমাৰ ঘৰলৈ অহাৰ বৰ সুবিধা পাইছিল

বানাৰচীয়ে। লাহে লাহে তাৰ ওপৰৱালাবিলাক বদলি হৈ থাকিল। বানাৰচীক মাত্র অফিচৰ এজন চৌকিদাৰ হিচাপে গণ্য কৰা হ'ল। নিজৰ নিজৰ ঘৰুৱা কামত বেছিকৈ খটুওৱা হ'ল। অফিচৰ কামত চান্দমাৰীত মুখ্য অভিযন্তাৰ কাৰ্যালয়লৈ আহিব লগা হ'লে আমাৰ ঘৰটো ওচৰত হোৱা বাবে খন্তেকৰ বাবে এপাক মাৰি গৈছিল।

মামুনৰ বিয়াৰ সময়ত বানাৰচীয়ে আমাৰ বাবে শেষবাৰ দেহা মাৰি পৰিশ্ৰম কৰি আমাৰ বিশ্বাসকণ জীয়াই ৰাখিছিল। তাৰ সোণামণিৰ বিয়া দেহা মাৰি নাখাটিলে কেনেকৈ হ'ব?

লাহে লাহে বানাৰচীৰ স্বাস্থ্য পৰি গ'ল। খোৱা-লোৱাত বৰ কৃচ্ছ সাধন কৰাৰ বাবে চাগে স্বাস্থ্যৰ আৰু বেছি অৱনতি হ'ল। গোটেই ৰাতিটো অনাহাৰে থাকি বিয়াৰ ঘৰ পহৰা দি থকাত কষ্ট পোৱা হ'ল। আমি উপলব্ধি কৰিলো। সেয়ে দৰকাৰ হ'লেও মাতি নপঠোৱা হ'লো। নিজৰ ওপৰৱালাক সন্তুষ্ট ৰাখিবৰ বাবে সি নিজাকৈ বেছি সময়ো নোপোৱা হ'ল। আমাৰ ঘৰলৈ অহাটো কমি গ'ল, তাক আমি টনা আজোৰা নকৰা হ'লো।

এদিন আচম্বিতে খবৰ পালো বানাৰচীৰ মৃত্যু হৈছে। গুৱাহাটীত থাকিও সময়ত খবৰ নপালো। অফিচৰ মানুহবোৰে চাগে নাজানিলে যে বানাৰচীৰ লগত আমাৰ সম্পৰ্কটো কি ধৰণৰ আছিল। সেয়ে বানাৰচীৰ মৃত্যুৰ খবৰটো আমাক জনাবলৈ প্ৰয়োজন বোধ নকৰিলে।

আমাৰ বিয়াৰ পিছত আমি তুৰাত থাকোঁতে আৰু পিছত বিশ্বনাথ চাৰিআলিত থাকোঁতে আমাৰ লগত থকা কাম কৰা ল'ৰা লছমী সিঙেহে প্ৰথম আমাক বানাৰচীৰ মৃত্যুৰ সংবাদটো দিলে। তাকো মৰাৰ কেইমাহমান পিছতহে। লছমীয়ে কছাৰী ছোৱালী বিয়া কৰাই কোক্ৰাঝাৰ জিলাৰ চাপাগুড়িত থাকি গড়কাপ্তানি বিভাগৰ ট্ৰাক ড্ৰাইভাৰ হৈ কাম কৰে। মাজে সময়ে ট্ৰাক লৈ গুৱাহাটীলৈ আহিবলগীয়া হ'লে বানাৰচীৰ ঘৰতে থাকে, আমাকো দেখা কৰিবলৈ আহে। বহুদিন সি অহা নাছিল। সি গুৱাহাটীলৈ আহি বানাৰচীৰ মৃত্যু সংবাদটো পাই আচৰিত হৈছিল। তাৰ মুখতে শুনি গম পালো বানাৰচীৰ ঢুকাবৰ কেবা মাহো হ'ল। বানাৰচীয়ে কাম কৰা অফিচটোৰ ওপৰত খঙে উঠিল। অফিচত এনে এজনো পুৰণা মানুহ নাছিলনে- যিজনে আমাৰ লগত বানাৰচীৰ সম্পৰ্কটো কেনে তাক নাজানে? ফোন কৰি এটা খবৰতো দিব

পাৰিলেহেঁতেন! সংকাৰৰ বাবে যি পাৰিলোহেঁতেন সহায় আগবঢ়ালোহেঁতেন। তাক শেষ বাৰৰ বাবে চাবও পাৰিলোহেঁতেন।

শ্যামলালৰ নিচিনা বানাৰচীও কৰ্কট ৰোগতে ঢুকাল। শ্যামলালৰ শেষ সময়টো বানাৰচীয়ে দেখি নিজেও সেই ৰোগত আক্ৰান্ত হোৱাত চাগে ভিতৰি ভিতৰি মনটো দুৰ্বল হৈ পৰিছিল। আমাক লগ ধৰিবৰ নিচিনা মনোবল নাছিল চাগে। সেয়ে তাৰ অসুখ বুলি গমে নাপালো। কথাষাৰ ভাবিলেও বেয়া লাগে। তাৰ অসুস্থ অৱস্থাত দুআষাৰ সান্ত্বনাবাণীও আমি জনাবলৈ নোৱাৰিলো। চাকৰিৰপৰা অবসৰ লোৱাৰ আগতেই বানাৰচীয়ে জীৱনৰপৰা অবসৰ ল'লে। আমাৰ মাজৰপৰা এজন অতি বিশ্বাসী সহায়কাৰী মানুহ গুচি গ'ল। ❑

# ৰামু

পোছাকী নাম ৰাজেন্দ্ৰ নাথ ঠাকুৰ। শহুৰ দেউতাৰ নামৰ লগত একে বুলি আমি চুটিকৈ তাৰ নাম দিছিলো 'ৰামু'।

আমি যেতিয়া তেজপুৰত, সেই সময়ত ৰামু আমাৰ ঘৰলৈ কাম কৰিবলৈ আহিল। ইয়াৰ আগতে সি ৰেলত খানা দিয়া 'কেণ্টিন বয়' আছিল। কামটো তাৰ ভাল লগা নাছিল বাবে মানুহৰ ঘৰত কাম কৰিবলৈ আহিল।

'অ' আখৰটোকে লিখিবলৈ নাজানে ৰামুৱে। অফিচৰ ক্ষণস্থায়ী কামত লগালেও চহী দিবলৈ জানিব লাগে। আমাৰ তেজপুৰৰ চৰকাৰী বাসভৱনত থকা আন এজন দেছোৱালী ল'ৰা বোধনৰপৰা কোনোমতে নামটো স্বাক্ষৰ কৰিবলৈ শিকিলে। তাৰ চহীবোৰ চাই আমাৰ হাঁহি উঠে। কেতিয়াবা 'ৰাজেন্দ্ৰ ঠাকুৰ'ৰ 'ঠ'টো 'ক' হৈ 'কাকুৰ' হৈ যায়; কেতিয়াবা 'জ'টোৱে বাদ পৰি যায়।

আমাৰ ঘৰলৈ আহোঁতে তাৰ বয়স ২৩/২৪ বছৰ মান হৈছিল। বৰ বেপৰোৱা স্বভাৱৰ ল'ৰা। কাকো ভয় নকৰে। নিজৰ খুচিমতে কামবন কৰে। পিছে নিজৰ ঘৰ বুলি ভাবিয়ে কামবোৰ কৰে। তাক বেছিকৈ ক'লে তাৰ খং উঠে।

বৰ হাত দীঘল ল'ৰা আছিল ৰামু। কিমান নো টকা পায়! জমাবলৈ নাজানে। খৰচ নকৰালৈকে শান্তি নাপায়।

আমাৰ ৰান্ধনি ঘৰত ৰন্ধা-বঢ়া কৰোঁতে ইমান বস্তু নষ্ট কৰে! বেছিকৈ ৰান্ধিব আৰু বেছি হোৱাখিনি ধৰা পৰি গালি খোৱাৰ ভয়ত অ'ত-ত'ত লুকুৱাই থ'ব। ৰান্ধনি ঘৰত চকু দিলে অ'ত ত'ত কিমান যে ৰুটি, কিমান যে ভাত পৰি থকা দেখিবলৈ পোৱা যায়! খং উঠি বকো তাক। সি পিছে ভ্ৰূক্ষেপে নকৰে।

চট্‌পট্‌ ধুৰুচ ধাবাচকৈ কাম কৰোঁতে প্ৰায় চীনা মাটিৰ কাপ, প্লেট, ডিনাৰ চেট, কাঁচৰ গিলাচ ভাঙে। এতিয়াৰ নিচিনা তেতিয়া ঘৰৰ নিত্যব্যৱহাৰ্য বস্তুবোৰ ষ্টেইনলেচ ষ্টীলৰ নাছিল। ভঙাৰ বাবে গালি নোখোৱা নহয়। গালি খায়। গালি খালে উত্তৰ দিয়ে আনি দিম নহয়। কেতিয়াবা ভাঙিলে মনে মনে কিনি আনি থয়। মুঠতে সি একোৰে পৰোৱা নকৰে।

তেজপুৰৰপৰা গুৱাহাটীলৈ বদলি হৈ আহিলো। ৰামুও আমাৰ লগতে আহিল। আমাক এৰি ক'লৈকো নাযায়।

অফিচত অস্থায়ী পিয়নৰ কাম কৰোঁতে কৰোঁতে এদিন স্থায়ী কাম পালে। হাতত পইচা হ'ল। পিছে সাঁচিব নাজানে। বেতনৰ পইচাৰে দামী চুটকেচ্‌ কিনিব, ট্ৰেনজিষ্টাৰ কিনিব; ইটো সিটো বিলাসী বস্তু কিমান যে কিনিব। আমাৰ পৰিয়ালৰ কাৰোবাৰ বিয়া হ'লে দৰা বা কইনাৰ বাবে সি বেলেগে উপহাৰ কিনি দিবই। কেতিয়াবা দামী শাৰী এখন, কেতিয়াবা 'অ'ভেন', কেতিয়াবা 'টোষ্টাৰ'। মুঠতে সি পইচা খৰচ কৰিবলৈ ভাল পায়। পইচা হাতত থাকিলে তাৰ হাতৰ তলুৱা খজুৱায়।

মনত পৰে এটা কথা। মোৰ জন্মদিনটো মোৰ ল'ৰা-ছোৱালী দুটাই পালে। কিবাকিবি উপহাৰ দিয়ে। ৰামুৰো মন গ'ল জন্মদিনত মোক কিবা দিবলৈ। নিজে পঢ়িব নাজানিলেও মই কিতাপ পঢ়ি ভালপাওঁ বাবে কাৰোবাৰ হতুৱাই মোৰ বাবে এখন বেছ ডাঙৰ উপন্যাস কিনি আনি মোক উপহাৰ দিলে। কাৰ হতুৱাই কিতাপখন কিনিলে নাজানো, পিছে কিতাপখন পঢ়ি মই ভাল পালো। আজিও সযতনে ৰামুৱে দিয়া কিতাপখন কিতাপৰ আলমাৰিত সজাই থৈছো।

আমাৰ ল'ৰা মিতুলক সি বৰ মৰম কৰিছিল। তাক মাতিছিল 'পুতুকন' বুলি। নিজৰ বেতনৰ টকাৰে চাইকেল এখন কিনিছিল অ'ত ত'ত ঘূৰি ফুৰিবলৈ। মিতুলক স্কুলৰপৰা সেইখনতেই অনা নিয়া কৰিছিল।

চিনেমা চোৱাৰ তাৰ বৰ নিচা। ৰাতি বাৰটা উঠি প্ৰায় ৰাতিৰ 'শ্বো' চাবলৈ গৈছিল; ভাত সাজ লাগিলে খাওকে বা নাখাওকে। চিনেমাৰ টিকট কটাত সি ওস্তাদ বাবে এবাৰ ঘৰত থকা ভাগিন আৰু সৰু দেৱৰজনৰ বাবে চিনেমাৰ টিকট কাটি সিহঁতৰ কাৰণে ৰৈ আছিল। টিকট শেষ হোৱাত তাৰ হাতত কেইখনমান টিকট দেখি কেইজনমান গুণ্ডা প্ৰকৃতিৰ ল'ৰাই তাৰপৰা 'ব্লেক'ত

কিনিব খুজিছিল। সি নিদিয়াত তাক ধৰি বৰকৈ পিটিলে। নাকে-মুখে তেজ লৈ ৰামুৱে কান্দি কান্দি ঘৰ আহি পালে। সৰু দেৱৰ বাপু তেতিয়া মিলিটাৰী ইঞ্জিনিয়াৰিং চাৰ্ভিচৰ কেপ্টেইন আছিল। ৰামুৰ অবস্থা দেখি তাৰ মিলিটাৰী মেজাজ চৰিল। তাতে ৰামুৱে সিহঁতৰ বাবে টিকট কিনিবলৈ গৈ মাৰ খালে। সি 'আৰ্মি'ৰ পোছাক পিন্ধি চিনেমাহলত গৈ ল'ৰা কেইটাক ভাল শিক্ষা দিলে।

বেয়া সংগত পৰি লাহে লাহে ৰামুৱে বেয়া ধৰণৰ নিচা আৰম্ভ কৰিলে। সি মদ খোৱা আৰম্ভ কৰিলে। বানাৰচীৰ নিচিনা তাক ঘৰৰখীয়া কৰি ক'লৈকো যাব নোৱাৰি। আমি গুৱাহাটীৰ বাহিৰত ফুৰিবলৈ গ'লে সি একৰকম ৰজা হয়। ঘৰ খোলা ৰাখিয়ে অ'ত ত'ত ফুৰে। ধমক দিলেও গাতে নালাগে। উত্তৰ দিব; মইতো দূৰলৈ যোৱা নাই। 'হামতো নজদিক মে থা।' মুঠতে সি কাকো খাতিৰ কৰা বিধৰ নাছিল।

খং উঠি কিমানবাৰ ৰামুক ঘৰৰপৰা ওলাই যাবলৈ দিছিলো। খং সাম কাটিলে মাতি আনিছিলো। সিও জিদ ধৰি নাথাকিছিল। মাতিলেই আহি ওলাইছিল।

লাহে লাহে তাৰ বিয়াৰ উপযুক্ত বয়স হ'ল। গুৱাহাটীতে আমাৰ ঘৰৰ পৰা দুজনকৈ দেৱৰৰ বিয়া পতা হ'ল। বিয়াবোৰ দেখি তাৰো বিয়া কৰাবৰ মন হ'ল। এদিন সিও বিয়া কৰালে; ঘৈণীয়েকজনী তাতকৈ শিক্ষিতা। ৰামুৰ স্বচ্ছল জীৱনধাৰা দেখি, চৰকাৰী চাকৰি কৰা জানি, ছোৱালীৰ ঘৰখনে ৰামুৰ শিক্ষা-দীক্ষাৰ খবৰ নকৰিলে। বিয়াৰ পিছত ৰামুক আমাৰ ঘৰৰপৰা দুৰৈত বেলেগ ঘৰত থাকিবৰ ব্যৱস্থা কৰি দিয়া হ'ল। অফিচত কাম কৰে। অফিচৰ সংলগ্ন পিয়ন থকা ঘৰতে ঘৰ পাই সপত্নীক থাকিবলৈ ল'লে। দৰকাৰত আমি মাতি পঠিয়ালে আহে; আহি ইটো সিটো কাম কৰি দিয়ে। এজনী ছোৱালী আৰু এটা ল'ৰা হ'ল। সংসাৰখন ভালদৰেই চলিব লাগিছিল। পিছে সি এটা বদ অভ্যাস গঢ়ি তুলিছিল। মদ খোৱা হ'ল। মদাপী হ'ল। ঘৈণীয়েক উষাই এই লৈ অভিযোগ জনাবলৈ আমাৰ ওচৰলৈ আহে। আমিও বুজাও ৰামুক। কিছুদিন আমাৰ কথা শুনি ভাল হয়। পিছে এবাৰ মদ ধৰিলে সহজতে এৰা টান। আকৌ মদ খায়; মাতাল হয়। মদ খাই খাই তাৰ লিভাৰ চিৰোচিচ্

হ'ল। পেটৰ অসহ্য যন্ত্ৰণাত কেবাবাৰো হাচপাতাললৈ গ'ল। এদিন আৰু হাচ্‌পাতালৰপৰা ঘূৰি নাহিল। তাতেই মৃত্যু হ'ল। অফিচৰপৰা সংকাৰৰ সকলো ব্যৱস্থা কৰা হ'ল। চৌধুৰী সেইসময়ত গড়্‌কাপ্তানি পথ বিভাগৰ মুখ্য অভিযন্তা। স্বামীহীনা উষাক অফিচত ৰামুৰ ঠাইত পিয়নৰ চাকৰি এটাৰ ব্যৱস্থা কৰি দিলে। ৰামুতকৈ বুদ্ধিমতী তাই। লিখা-পঢ়াৰ যোগ্যতাও আছে। সপ্তম শ্ৰেণীলৈকে পঢ়িছিল। গতিকে চাকৰিটো পালে। ল'ৰা-ছোৱালী দুটাক ডাঙৰ কৰিবলৈ ধৰিলে। ছোৱালীজনীক বিয়া দিলে।

ইমান দিন আমাৰ ঘৰত চৌধুৰীৰ পিয়নবোৰে মোক 'মেম্‌চাব' বুলিয়ে সম্বোধন কৰিছিল। ৰামুৱে প্ৰথমে 'মা' বুলি মাতিবলৈ ধৰিছিল। 'মা' সম্বোধনটোত মোৰ কাণ দুখন শাত পৰে। ৰামুৰ ঘৈণীয়েকেও 'মা', 'মা' বুলি মোৰ ওচৰলৈ আহে। ল'ৰা-ছোৱালী দুটাই 'দাদী' বুলি মাতে। শুনিলে কাণ জুৰাই যায়। ৰামু এতিয়াও আমাৰ ওচৰত জীয়াই আছে। তাৰ ধৰ্মপত্নী উষাৰ জৰিয়তে, ল'ৰা-ছোৱালী দুটা অৰুণ আৰু কিৰণৰ জৰিয়তে। ❑

# অনুধাৰা

(অনুবাদিত গল্প)

মূল — শৰৎ চন্দ্ৰ চট্টোপাধ্যায়

অভাগীৰ স্বৰ্গ (৭৯), মহেশ (৯১), পৰেশ (১০৪)

**মোৰ অনুভূতি ঃ** অনুবাদ সাহিত্যৰ এক বিশেষ মাৰ্য্যাদা আছে। অনা-অসমীয়া সাহিত্যৰ পৰা আমাৰ অসমীয়া সাহিত্যলৈ সেই ভাবধাৰা কঢ়িয়াই আনিবলৈ মন যায়। আমাৰ প্ৰতিবেশী বঙালী সাহিত্যৰ লগত মোৰ পৰিচয় একেবাৰে কম নহয়। অসংখ্য লিখকৰ গল্প উপন্যাস পঢ়াৰ সুযোগ পাইছো। পিছে অতিকৈ সহজ-সৰল দৰদী ভাষাত কথাশিল্পি শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ নিচিনা ইমান দৰদ দি লিখা কতো পঢ়িবলৈ পোৱা নাই। দৰদী কথা শিল্পীজনৰ দৰদ ভৰা কাহিনী কেইটামান আমাৰ অসমীয়া সাহিত্যলৈ অনুবাদ কৰি অসমীয়া পঢুৱৈ সমাজত প্ৰচাৰ কৰা মানসেৰে মোৰ এই অনুবাদৰ প্ৰয়াস।

অনিলা চৌধুৰী

# অভাগীৰ স্বৰ্গ

(১)

ঠাকুৰদাস মুখাৰ্জীৰ বৃদ্ধা পত্নী সাতদিনৰ জ্বৰত ঢুকাল। বৃদ্ধ মুখাৰ্জীদেৱে ধানৰ বেপাৰ কৰি অতি চহকী হৈছিল। তেওঁৰ চাৰিজন ল'ৰা, তিনিজনী ছোৱালী, বোৱাৰী; জোঁৱাই, নাতি, নাতিনী, প্ৰতিবেশী, লগুৱা, লিগিৰী সকলোৱে মিলিত হৈ মৃতাৰ কাম কাজ কৰোঁতে উৎসৱ যেন পৰিবেশৰ সৃষ্টি হ'ল। গাঁৱৰ সকলোৱে গোট খাই আড়ম্বৰপূৰ্ণ শৱ যাত্ৰা চাবলৈ আহি ভিৰ কৰিলে। জীয়ৰী কেইজনী কান্দি কান্দি মাকৰ দুই ভৰিত ডাঠকৈ আলতা লগালে; সেওঁতাত ঘন কৈ সেন্দুৰ দিলে। বোৱাৰী কেইজনীয়ে শাহু আয়েকৰ কপালত চন্দন লগালে; দামী শাৰীৰে শাহু আইৰ শৰীৰ আবৃত কৰি শেষ সেৱা জনালে। ফুল, পাত, মালা আৰু ধূপ-ধুনাৰ গোন্ধত, মানুহৰ কলৰৱত এয়া যে এটা শোকবহ ঘটনা— তেনে যেন নালাগিল। এনে লাগিছে যে ঘৰৰ ডাঙৰ গৃহিনীয়ে পঞ্চাশ বছৰ পূৰ্ণ কৰি আকৌ এবাৰ নতুনকৈ পতিগৃহলৈ যাবলৈ ওলাইছে। বৃদ্ধ মুখাৰ্জী দেৱে শান্ত মুখেৰে তেওঁৰ চিৰদিনৰ সংগিনীক শেষ বিদায় দি আনে নেদেখাকৈ চকুপানী টুকি শোকাকুল কন্যা আৰু বধুসকলক সান্ত্বনা দিবলৈ ধৰিলে। প্ৰবল হৰিধ্বনিত পুৱাৰ আকাশ আলোড়িত কৰি গোটেই গাঁওখন সদ্য মৃতাৰ লগে লগে যাবলৈ ধৰিলে। আন এগৰাকী প্ৰাণী অলপ আঁতৰত থাকি এই সমদলত যোগ দিলে। এওঁ কাঙালীৰ মাক। তাই তাইৰ পঁজা ঘৰৰ শাকনিৰপৰা কেইটামান বেঙেনা তুলি হাটলৈ যাবলৈ ওলাইছিল। মৃতকৰ শোভাযাত্ৰা চাই হাটলৈ যোৱাটো তাইৰ আৰু নহ'ল। বেঙেনা কেইটা আঁচলতে বন্ধা থাকিল। তায়ো চকু মচি মচি সকলোৱে পিছে পিছে গৈ মৰিশালি পালেগৈ। গাঁৱৰ শেষ সীমাত গড়ুৰ নৈৰ পাৰত মৰিশালিখন। তাত আগবেপৰা কাঠ, চন্দন, ঘিউ, মৌ, ধূপ-ধুনা উপকৰণ আদি গোটোৱা হৈছিল। কাঙালীৰ মাক সৰু জাতৰ দুলেৰ জীয়ৰী বুলি

মৃতকৰ ওচৰলৈ যাবলৈ সাহ নকৰিলে। অলপ দূৰৈত এটা ওখ টিলাৰ ওপৰত থিয় হৈ থাকি অন্ত্যেষ্টিক্রিয়াৰ কামবোৰ আৰম্ভণিৰেপৰা চাবলৈ ধৰিলে। আহল বহল চিতাৰ ওপৰত যেতিয়া শৱদেহ স্থাপন কৰা হ'ল তেতিয়া মৃতাৰ আলতা সনা ৰঙা ভৰি দুখন চাই তাইৰ দুচকু সাৰ্থক হ'ল। হেপাহ কৰিলে দৌৰি গৈ এবাৰ ভৰিৰ আলতা মচি আনি মূৰত লগাব। বহু কণ্ঠৰ হৰিধ্বনিৰ মাজত পুত্ৰৰ হাতৰ মন্ত্ৰপুত অগ্নি যেতিয়া চিতাত সংযোগ কৰা হ'ল, তেতিয়া কাঙালীৰ মাকৰ চকুপানী ধাৰাসাৰে বৈ যাব ধৰিলে। "ভাগ্যৱতী, মা, তুমি; তুমি স্বৰ্গলৈ যাব ওলাইছা। মোকো আশীৰ্বাদ কৰি যোৱা— ময়ো যেন এনেদৰে কাঙালীৰ হাতৰ জুইকুৰা পাওঁ।" — মনে মনে ইয়াকে কব ধৰিলে। ল'ৰাৰ হাতৰ চিতাৰ জুই। সেয়া তেনেই সহজ কথা নহয়। পুত্ৰ, কন্যা, নাতি, নাতিনী, দাস-দাসী পৰিবৃত সংসাৰখন সুন্দৰভাৱে এৰি থৈ এনে স্বৰ্গাৰোহন— এয়া উপলব্ধি কৰি কাঙালীৰ মাকৰ বুকুখন উদবেলিত হ'ল। এনে সৌভাগ্যৰ সীমা নাই। সদ্য প্ৰজ্বলিত চিতাৰ অনিঃশেষ ধোঁৱা নীলিম ছা' পেলাই ঘূৰি ঘূৰি আবৰ্তৰ সৃষ্টি কৰি আকাশলৈ উৰি যাবলৈ ধৰিলে। কাঙালীৰ মাকে তাৰ মাজত এখনি ৰথ স্পষ্টকৈ দেখা পালে। ৰথৰ গাত কিমান যে বিচিত্ৰ ছবি আঁকা আছে; ৰথৰ চূড়াত কিমান যে লতা-পাত সজোৱা আছে। ৰথৰ ভিতৰত কোনোবা যেন বহি আছে। তেওঁৰ মুখখন চিনিব নোৱাৰি। পিছে তেওঁৰ সেওঁতাত সেন্দুৰৰ ৰেখা, ভৰি দুখন আলতাৰে ৰঙীন। চাই চাই কাঙালীৰ মাকৰ দুচকুৰে ধাৰাসাৰে চকুলো বৈ আছে। এনেতে চৌধ্য-পোন্ধৰ বছৰৰ ল'ৰাটো মাকৰ আঁচলত টানি ক'লে, "তই ইয়াত যে থিয় হৈ আছ, আই, ভাত নাৰান্ধ নেকি?" মাকে চমকি উঠিল। ঘূৰি চাই পুতেকক দেখি ক'লে, "ৰান্ধিম ৰ"। ওপৰলৈ আঙুলিয়াই হঠাতে ব্যগ্ৰ সুৰত ক'লে, "চা, চা, চা, মইনা! বামুণ মায়ে সৌটো ৰথত উঠি স্বৰ্গলৈ যাব ধৰিছে!"

ল'ৰাই অবাক হৈ মুখখন দাঙি ক'লে, "ক'তা?" কিছুপৰ চাই থাকি ক'লে, "তই পগলা হৈছ, আই। সেয়া দেখোন ধোঁৱা।" খং কৰি ক'লে, "ভৰ দুপৰীয়া হ'ল। মোৰ ভোক নালাগে নে কি?" লগে লগে মাকৰ চকুপানী লক্ষ্য কৰি ক'লে," বামুণহঁতৰ আইদেউ মৰিছে। তই কিয় কান্দি মৰ, আই?"

কাঙালীৰ মাকৰ তেতিয়াহে হুচ আহিল। আনৰ বাবে শ্মশানত থিয় হৈ থাকি এনেদৰে চকুলো টোকাত মনে মনে লাজো পালে। এনে কি ল'ৰাৰ অমংগল হ'ব বুলি আশংকা কৰি লগে লগে চকুলো মচি অলপমান হাঁহিবৰ চেষ্টা কৰি উত্তৰ দিলে, "কান্দিম কিয়? কিহৰ বাবে? চকুত ধোঁৱাহে লাগিছে।"

কাঙালীয়ে উত্তৰ দিলে, "হয়, হয়, ধোঁৱা লাগিছে। ক'লৈই হ'ব নেকি? তই আচলতে কান্দি আছিলি।"

মাকে আৰু প্ৰতিবাদ নকৰিলে। ল'ৰাটোৰ হাতত ধৰি ঘাটত নামি নিজেও গা ধুলে, কাঙালিকো গা ধুৱাই ঘৰলৈ উভতি আহিল। শ্মশানত সংকাৰৰ শেষখিনি চোৱাৰ ভাগ্য তাইৰ নহ'ল।

(২)

সন্তানৰ নামকৰণৰ সময়ত পিতৃ-মাতৃৰ মূঢ়তাত বিধাতাই অন্তৰীক্ষত থাকি প্ৰায় সময়তে মাথোঁ হাঁহি মাৰিয়ে চুপকৈ নাথাকে; তীব্ৰ প্ৰতিবাদো কৰে। সেয়ে সিহঁতৰ ওৰে জীৱনটো সিহঁতৰ নিজৰ নিজৰ নামবোৰকে আমৰণ ভেঙুচালি মাৰে। কাঙালীৰ মাকৰ জীৱনৰ ইতিহাসকণ নিচেই চুটি। পিছে সেই চুটি কঙাল জীৱনটো বিধাতাৰ এনে পৰিহাসৰ পৰা মুক্তি নাপালে। তাইক জন্ম দিয়ে মাক ঢুকাল। বাপেকে খঙত নাম থ'লে 'অভাগী'। মাক নাই, বাপেকে নৈত মাছ মাৰি ফুৰে। দিন-ৰাতি বুলি তাৰ একো নাই। তথাপি কেনেকৈ যে এই অকণমানি অভাগী এদিন কাঙালীৰ মাক হ'বলৈ বাচি ৰ'ল— এয়া এক বিস্ময়। যাৰ লগত অভাগীৰ বিয়া হ'ল তাৰ নাম ৰসিক বাঘ। বাঘৰ আন এজনী বাঘিনী আছিল। তাইক লৈ সি আন গাঁওলৈ গুচি গ'ল। অভাগী তাইৰ দুৰ্ভাগ্য আৰু শিশুপুত্ৰ কাঙালীক লৈ গাঁওতে থাকি গ'ল।

তাইৰ সেই কাঙালী ডাঙৰ হৈ এতিয়া পোন্ধৰত সোমাল। বেতৰ কাম শিকিবলৈ লৈছে। অভাগীয়ে আশা পাণ্ডিছে আৰু এবছৰমান তাই দুৰ্ভাগ্যৰ লগত যুঁজিব পাৰিলে তাহাঁতৰ দুখ গুচিব। এই দুখ যে কেনেকুৱা— যি জনে দিছে— তেওঁ বাদে আন কোনেও নাজানে।

কাঙালীয়ে পুখুৰীৰপৰা মুখ হাত ধুই আহি দেখে তাৰ পাতৰ বোৰা উচ্ছিষ্ট ভাতখিনি মাকে এটা মাটিৰ বাচনত ঢাকোন দি থৈছে। আচৰিত হৈ

সি মাকক সুধিলে, "আই, তই দেখোন নাখালি।" মাকে উত্তৰ দিলে, "বেলি হ'ল। মোৰ এতিয়া মুঠেও ভোক লগা নাই।" পুতেকে মাকৰ কথা বিশ্বাস নকৰি ক'লে, "ভোক নাই বুলি ক'লেই হ'ব নে? চাওঁ তোৰ ভাতৰ চৰু; ভাত আছে নে নাই চাওঁ।" এনে ছল কৰি কাঙালীৰ মাকে প্ৰায় কাঙালীক মিছা মাতি থাকে। সি ভাতৰ চৰুটো চাইহে এৰিলে। তাত আৰু এজনৰ খোৱাৰ জোখাৰে ভাত আছিল। তেতিয়াহে সি সন্তুষ্ট হৈ মাকৰ কোলাত গৈ বহিল। এনে বয়সৰ ল'ৰাই সাধাৰণতে এনে নকৰে; পিছে শৈশৱৰপৰা বহুদিন সি বৰ খীন আছিল বুলি মাকৰ কোলা এৰি বাহিৰত বন্ধু-বান্ধৱইঁতৰ লগত মিলিবৰ সুবিধা পোৱা নাছিল। মাকৰ কোলাত বহিয়ে সি খেল-ধেমালিৰ হেপাহকণ পূৰণ কৰিছিল। এটা হাতেৰে মাকৰ ডিঙিটো সাবটি মাৰি ধৰি মুখৰ ওপৰত মুখ লগাই কাঙালীয়ে চক খাই উঠি ক'লে, "আই, তোৰ গা দেখোন বৰ তপত। কিয় তই ৰ'দত থিয় হৈ মৰা পুৰোৱা চাব গলি? কিয় তই অসময়ত গা ধুলি? তই মৰা পুৰোৱা......." কাঙালীৰ কথাষাৰ শেষ নৌহওঁতেই মাকে পুতেকৰ মুখত হাতেৰে সোপা দি ক'লে, "নাই বোপাই, মৰা পুৰোৱা বুলি কব নাপায়। পাপ লাগিব। সতী লক্ষ্মী আইদেউ ৰথত উঠি স্বৰ্গলৈ গ'ল।"

পুতেকে সন্দিগ্ধ হৈ ক'লে, "তোৰ, আই, এটায়ে কথা। ৰথত উঠি কোনোবাই স্বৰ্গলৈ যায় জানো?"

মাকে উত্তৰ দিলে, "মই যে নিজ চকুৰে দেখিলো, কাঙালী, গোঁসানী আয়ে ৰথৰ ওপৰত বহি আছে। তেওঁৰ ভৰি দুখন সকলোৱে দেখা পালে।"

"সকলোৱে দেখা পালে?"

"অ' সকলোৱে দেখা পালে।"

কাঙালীয়ে মাকৰ বুকুত আউজি বহি ভাবিবলৈ ধৰিলে। মাকৰ কথা বিশ্বাস কৰাটোৱে তাৰ অভ্যাস। সৰু কালৰেপৰা এনে বিশ্বাস কৰিবলৈহে সি শিকিছে যেতিয়া, অবিশ্বাস কৰিবৰ একো নাই। অলপ পিছত লাহে লাহে মাকক ক'লে, "আই, তয়োতো তেনেহ'লে স্বৰ্গলৈ যাবি। সিদিনা বিন্দিৰ মায়ে ৰাখালৰ পেহীক কৈ আছিল, "কাঙালীৰ মাৰ নিচিনা সতী সাধ্বী দুলে, পাড়াত আৰু এজনীও নাই।"

কাঙালীৰ মাকে মনে মনে থাকিল। কাঙালীৰ কথা শেষ হোৱা নাছিল।

আকৌ ক'বলৈ ধৰিলে, "পিতাই যেতিয়া তোক এৰি গুচি গ'ল, তেতিয়া কিমানজনে তোক নিকা কৰিবলৈ খুজি কিমান যে তোষামোদ কৰিছিল! পিছে তই ৰাজি নহলি। সিইঁতক জবাব দিলি, "কাঙালি জীয়াই থাকিলেই মোৰ দুখ গুচিব। নিকা মই কিয় কৰিবলৈ যাম?" হয়, আই তই নিকা কৰিলে মইনো ক'ত থাকিলোহেঁতেন। মই চাগে খাবলৈ নাপাই ইমান দিনে মৰিয়ে থাকিলোহেঁতেন!"

মাক অভাগীয়ে দুখন হাতেৰে ল'ৰাক সাবটি ধৰিলে। সঁচাকৈ সিদিনা এনে পৰামৰ্শ তাইক বহুতে দিছিল। যেতিয়া তাই কোনপধ্যে এনে পৰামৰ্শ মানি নল'লে— তাইৰ ওপৰত উৎপাত, উপদ্ৰৱ কম হোৱা নাছিল। কথাবোৰ মনত পৰি অভাগীৰ চকুপানী অনৰ্গল ওলাবলৈ ধৰিলে। ল'ৰাই হাতেৰে মাকৰ চকুপানী মচি দি ক'লে, 'কেথাখন পাৰি দিওঁ আই। তই শুই থাক।"

মাকে একো নামাতিলে। কাঙালীয়ে পাটী পাৰিলে, কেথা পাতিলে, চাঙৰ পৰা সৰু গাৰুটো আনি সিতানৰ ফালে থৈ হাতত ধৰি মাকক টানি আনিব যাওঁতে মাকে ক'লে, "কাঙালী, আজি তই কামলৈ যাব নালাগে।"

কাম খতি কৰাৰ প্ৰস্তাৱত কাঙালীয়ে বৰ ভাল পালে। তথাপি ক'লে, "জলপানীৰ পইচা কেইটাতো তেনেহ'লে নিদিব আই?"

"নালাগে দিব। তোক মই সাধু কথা কওঁ, আহ।"

লোভ দেখুৱাব আৰু নালাগিল। কাঙালী লগে লগেই মাকৰ বুকুৰ ওচৰত শুই দি ক'লে, "সাধু কথা ক, আই। ৰাজকোঁৱৰৰ কথা, সেনাপতি পুত্ৰৰ কথা আৰু পক্ষীৰাজ ঘোঁৰাৰ কথা।"

অভাগীয়ে ৰাজপুত্ৰ, সেনাপতি পুত্ৰ আৰু পক্ষীৰাজ ঘোঁৰাৰ কথা লৈ সাধুকথা ক'বলৈ ধৰিলে। পিছে অলপ পিছতে ভল পৰি গ'ল ৰাজপুত্ৰ, সেনাপতি পুত্ৰ আৰু পক্ষীৰাজ ঘোঁৰা! তাই এনে উপকথা ক'বলৈ ধৰিলে— যি আনৰপৰা শুনা নহয়— সম্পূৰ্ণ তাইৰ কল্পনা প্ৰসূত। জ্বৰ তাইৰ যিমানে বাঢ়ি যাব ধৰিলে, গৰম তেজৰ সোঁত সিমানে খৰকৈ মূৰলৈ উঠিবলৈ ধৰিলে, সিমানে তাই ন ন উপকথাৰে ইন্দ্ৰজাল ৰচনা কৰিবলৈ ধৰিলে। ইয়াৰ বিৰাম নাই, ছেদ নাই। মাকে কোৱা উপকথাবোৰ শুনি শুনি কাঙালীৰ সৰু শৰীৰটো ঘনে ঘনে ৰোমাঞ্চিত হ'বলৈ ধৰিলে। ভয়ত, বিস্ময়ত, পুলকত সি মাকৰ ডিঙি সাবটি মাকৰ বুকুৰ ভিতৰত যেন সোমাই যাব খুজিলে।

আবেলি হ'ল; বেলি মাৰ গ'ল। সন্ধিয়াৰ ছা গাঢ় হ'ব ধৰিলে। তথাপি ঘৰৰ ভিতৰত আজি আৰু চাকি জ্বলোৱা নহ'ল। ঘৰৰ ইটো-সিটো কাম কৰিবলৈ কোনেও নুঠিল। নিবিড় আন্ধাৰত ৰুগীয়া মাকৰ অবিৰত গুঞ্জন। নিস্তব্ধ পুত্ৰৰ দুই কাণত সুধা বৰষিবলৈ ধৰিলে। মৰিশালি আৰু মৰিশালিলৈ যোৱাৰ কাহিনী। সেই ৰথ, সেই আলতা সনা ৰঙা ভৰি দুখন আৰু মৃতাৰ স্বৰ্গলৈ যোৱা। কেনেকৈ শোকাৰ্ত গিৰিয়েকে মৃতা পত্নীক শেষ পদধূলি দি চকুপানী টুকি বিদায় দিলে, কেনেকৈ হৰিধ্বনি দি পুত্ৰসকলে মৃতা মাকক কান্ধত তুলি লৈ গ'ল; তাৰ পিছত চিতাত সন্তানৰ হাতেৰে মুখাগ্নি।

"সেই জুইতো জুই নহয়, কাঙালী, সেয়াতো হৰি! আকাশ লংঘা, ধোঁৱাতো ধোঁৱা নহয় বোপা, সেয়াতো স্বৰ্গৰ ৰথ!

"কিয়, আই?"

"তোৰ হাতৰ জুইকুৰা যদি মই পাওঁ, বোপাই, গোঁসানী আইৰ নিচিনা ময়ো স্বৰ্গলৈ যাব পাৰিম।"

কাঙালী লাহেকৈ উত্তৰ দিলে, "ধেৎ, আই, এনে কথা কব নাপায়।"

মাকে কাঙালীৰ লাহেকৈ কোৱা কথাষাৰ বোধকৰো শুনা নাপালে। তপত নিঃশ্বাস এৰি ক'বলৈ ধৰিলে, "তেতিয়া সৰু জাতৰ বুলি কোনেও মোক ঘিন নকৰিব; দুখী বুলি কেনেও বাধা দি ৰাখিব নোৱাৰিব। ল'ৰাৰ হাতৰ জুই পালে— ৰথখন যে আহিবই লাগিব!"

ল'ৰাই মাকৰ মুখৰ ওপৰত মুখখন ৰাখি ভঙা ভঙা মাতেৰে অনুৰোধ কৰিলে, "নকবি অ', আই. নকবি। মোৰ বৰ ভয় লাগে।"

মাকে পিছে কৈয়ে থাকিল, "কাঙালী, তোৰ বাপেৰক এবাৰ ধৰি আনিব পাৰিবি? তেওঁৰ ভৰিৰ ধূলি মোৰ মূৰত দি যেন মোক শেষ বিদায় দিয়ে। তেনেদৰে ভৰিত আলতা, সেওঁতাত সেন্দুৰ! পিছে দিবনো কোনে? কাঙালী, তইয়ে দিবি, বুজিছ? তই মোৰ ল'ৰা, তইয়ে মোৰ ছোৱালী, তই যে মোৰ সকলো।" কৈ উঠি তাই ল'ৰাক একেবাৰে বুকুত হেচা মাৰি ধৰিলে।

(৩)

অভাগীৰ জীৱন নাটৰ শেষ অংক শেষ হ'বৰ উপক্ৰম। জীৱনৰ বিস্তৃতি বেছি নহয়; নিচেই কম। বোধকৰো অভাগীৰ তিৰিছটা বছৰে হোৱা নাই।

তেনেই সাধাৰণভাৱে শেষ হবলৈ ওলাইছে।

গাঁৱত কবিৰাজ নাই। বেলেগ গাঁৱত আছে। কাঙালীয়ে তেওঁৰ ওচৰলৈ গৈ কন্দা কটা কৰিলে; হাতত ধৰিলে, ভৰিত পৰিলে। শেহত ঘটি বন্ধক থৈ তেওঁক এটকা প্ৰণামীও দিলে। তথাপি তেওঁ নাহিল। মাথোন কেইটামান ঔষধৰ বড়ি দিলে। পিছে বড়ি খোৱাবো জানো কম আয়োজন? বড়িৰ লগত মৌ, আদা, তুলসীপাতৰ ৰস কিঞ্চিত পিহি খুৱাব লাগে। কাঙালীৰ মাকে ল'ৰাৰ ওপৰত খং কৰি ক'লে, "তই কিয় মোক নোসোধাকৈ ঘটি বন্ধক থ'ব গলি, বোপাই?" তাৰ পিছত হাত পাতি বড়ি কেইটা ল'লে, মূৰত ঠেকালে, জুইত পেলাই দিলে আৰু ক'লে, "মই যদি ভাল হওঁ, ইয়াৰেই ভাল হ'ম। বাগদী, দুলেৰ ঘৰত কোনেও দৰব খাই বচা নাই।"

দুদিন তিনিদিন এনেদৰেই গ'ল। ওচৰ-চুবুৰীয়াই খবৰ পাই দেখা কৰিবলৈ আহিল। কোনোবাই মুষ্টি যোগৰ দিহা দিলে; কোনোৱে পহুৰ শিং ঘহা পানী; কড়ি পুৰি মৌৰ লগত খলত মাৰি চেলেকিবলৈ ক'লে। এনে ধৰণৰ বহুত অব্যৰ্থ দৰবৰ কথা জনাই নিজৰ নিজৰ কামলৈ গ'ল। সৰু ল'ৰা কাঙালী এনেবোৰ কামত ব্যস্ত হ'ব লগা হোৱাত মাকে তাক ওচৰলৈ মাতি নি ক'লে, "কবিৰাজৰ দৰবত একো ফল নহ'ল যেতিয়া বোপাই, আন মানুহবোৰৰ দৰবতো একো কাম নিদিব। ভাল হ'লে মই এনেয়ে ভাল হ'ম।"

কাঙালীয়ে কান্দি কান্দি ক'লে, "তই দেখোন আই, বড়িকেইটা নাখালি; চৌকাতে পেলাই দিলি। এনে এনেয়ে জানো কাৰোবাৰ অসুখ ভাল হয়?"

"মই এনেয়ে ভাল হ'ম। তাতকৈ তই এটা কাম কৰ। তই অলপ ভাত ৰান্ধি খাই ল। মই চাওঁ।"

কাঙালীয়ে এই প্ৰথমবাৰ অনভ্যস্ত হাতেৰে ভাত ৰান্ধিবলৈ ল'লে। ভাতৰ মাৰখিনি কাঢ়িবও নাজানিলে, ভালদৰে ভাত বাঢ়ি ল'বলৈও নাজানিলে। ভালদৰে চৌকাকে জ্বলাবলৈ নোৱাৰে, জুইত পানী পৰি ধোঁৱা উঠে। ভাত বাঢ়িবলৈ গৈ কাহীৰ চাৰিওপিনে পেলায়। এইবোৰ চাই মাকৰ চকু চলচলীয়া হয়। নিজে এবাৰ উঠি বহিবৰ চেষ্টা কৰিলে। পিছে মূৰটো পোন কৰি ৰাখিবই নোৱাৰিলে। বিছনাতে ঢলি পৰিল। ল'ৰাৰ খোৱা হৈ যোৱাৰ পিছত ওচৰলৈ মাতি নি দিহা দিওঁতে দিওঁতে তাইৰ ক্ষীণ কণ্ঠস্বৰ নুশুনা হ'ল। চকুৰে অনবৰতে পানী সৰিবলৈ ধৰিলে।

গাঁওৰ ঈশ্বৰ নাপিতে নাড়ী চাব জানে। পিছদিনা ৰাতিপুৱা সি হাত চাই কাঙালীৰ সম্মুখত গহীন হৈ গ'ল, হুমুনিয়াহ কাঢ়িলে আৰু মূৰ দুপিয়াই ওলাই গ'ল। কাঙালীৰ মাকে ইয়াৰ অৰ্থ বুজি পালে। পিছে তাই ভয় নাখালে। সকলোৱে ওলাই যোৱাৰ পিছত কাঙালীক ক'লে, "এইবেলি এবাৰ তেওঁক মাতি আনিব পাৰিবি বোপা?"

"কাক আই?"

"সেইজনক — যিজনে সৌটো গাঁৱত গুচি গৈছে।" কাঙালী বুজি পালে। উত্তৰ দিলে, "পিতাই?"

অভাগী মনে মনে থাকিল।

কাঙালীয়ে ক'লে, "তেওঁ আৰু নাহে আই।"

অভাগীৰ নিজৰো এনে সন্দেহ আছিল। তথাপি লাহে লাহে ক'লে, "গৈ কবি — আয়ে মাথোন এবাৰ তোমাৰ ভৰিৰ ধূলি বিচাৰিছে।"

কাঙালীয়ে যাবলৈ ওলোৱাত অভাগীয়ে তাৰ হাতত ধৰি ক'লে, "অলপ কন্দা-কটা কৰিবি। কবি আয়ে যাবলৈ ওলাইছে।" অকণমান থামি আকৌ ক'লে, "উভতি আহোঁতে নাপিতানী বৌৰপৰা অলপ আলতা খুজি আনিবি। মোৰ নাম ক'লেই দিব। মোক তাই বৰ ভাল পায়।"

ভাল তাইক বহুতেই পাইছিল। মাকৰ জ্বৰ হোৱাৰপৰা এইখিনি কথা ইমানবাৰ শুনি আছে যে কাঙালীয়ে কান্দি কান্দি ৰাওনা হ'ল।

(৪)

পিছদিনা ৰসিক দুলে যেতিয়া উপস্থিত হ'লহি, তেতিয়া অভাগীৰ জ্ঞান প্ৰায় নাছিল। মুখৰ ওপৰত মৃত্যুৰ ছাঁ পৰিছে। চকুৰ দৃষ্টি এই সংসাৰৰ পৰা আঁতৰি কোনোবা অজ্ঞান দেশলৈ গতি কৰিছে। কাঙালীয়ে কান্দি কান্দি ক'লে, "আই অ', পিতাই আহিছে। ভৰিৰ ধূলি ল'ব খুজিছিলি নহয়?"

মাকে বুজি পালে নে নাই — তাইৰ গভীৰ সঞ্চিত বাসনা সংস্কাৰৰ নিচিনাকৈ তাইৰ আচ্ছন্ন চেতনাত আঘাত হানিলে। মৃত্যুপথ যাত্ৰীয়ে তাইৰ অৱশ বাহু দুখন শয্যাৰ বাহিৰত উলিয়াই দি হাত পাতিলে। ৰসিক হতবুদ্ধি হৈ থিয় হৈ ৰ'ল। পৃথিৱীত তাৰ ভৰিৰ ধূলিৰো যে প্ৰয়োজন আছে, কোনোবাই

সেঁয়া খুজিব পাৰে — এয়া তাৰ কল্পনাৰ অতীত। বিন্দিৰ সেইহী থিয় হৈ আছিল। তাই ক'লে, "দিয়া বাপু, তোমাৰ অকমান ভৰিৰ ধূলি তাইক দিয়া।"

[illegible]িক আগুৱাই আহিল। জীৱনত যিজনী পত্নীক সি ভাল পোৱা নাছিল, পোছাক পাতি দিয়া নাছিল, কোনো খবৰকে লোৱা নাছিল, মৃত্যুৰ সময়ত তাইক ভৰিৰ ধূলি দিবলৈ গৈ সি কান্দি পেলালে।

ৰাখালৰ মাকে ক'লে, "এনে সতী লক্ষ্মী বামুণ-কায়স্থৰ ঘৰত নজন্মি আমাৰ নিচিনা সৰু জাতি দুলেৰ ঘৰতনো জন্মিল কিয়? বাপু এইবেলি তাইৰ অলপ গতি কৰি দিয়া। কাঙালীৰ হাতৰ জুইকুৰা পোৱাৰ আশাতে তাই প্ৰাণটো দিলে।"

অভাগীৰ অভাগ্যৰ দেৱতাই অগচৰে বহি কিবা ভাবিলে। পিছে সৰুমতি কাঙালীৰ বুকুত কথাবাৰ যেন তীৰৰ নিচিনা বিন্ধিলেগৈ।

সিদিনাৰ দিনটো পাৰ হৈ গ'ল; ৰাতিও পাৰ হ'ল। পিছদিনা ৰাতিপুৱালৈকে কাঙালীৰ মাকে আৰু অপেক্ষা নকৰিলে। ইমান সৰু জাতিৰ বাবে স্বৰ্গলৈ যাবলৈ ৰথৰ ব্যৱস্থা আছে নে নাই; নাইবা এন্ধাৰতে খোজ কাঢ়িয়েই যাব লাগিব— জনা নাযায়; পিছে এইটো স্পষ্ট হ'ল যে তাই ৰাতি নৌপুৱাওঁতেই এই পৃথিৱী ত্যাগ কৰিলে।

পঁজাঘৰৰ চোতালতে এটা বেল গছ আছিল। ৰসিকে প্ৰতিৱেশী এঘৰৰ পৰা এটা কুঠাৰ খুজি আনি গছজোপা কাটিবলৈ লৈছে মাত্ৰ— জমিদাৰৰ দাৰোৱান ক'ৰপৰা জানো আহি ওলাল। আহিয়ে তাৰ গালত প্ৰকাণ্ড শব্দ কৰি চৰ এটা মাৰিলে। কুঠাৰটো কাঢ়ি ল'লে। গালি পাৰিলে, "চালা, এয়া তোৰ বাপেৰৰ গছ পাইছ নে কি যে কাটিবলৈ লৈছ?"

ৰসিকে গালত হাত বুলাব ধৰিলে। কাঙালীয়ে কান্দো কান্দো হৈ ক'লে "বাঃ এয়া যে মোৰ আইৰ নিজ হাতেৰে ৰুৱা গছ, দাৰোৱানজী। পিতাইক তুমি মিছাকে মাৰিলা।"

হিন্দুস্থানী দাৰোৱানে তাক অশ্ৰাব্য গালি পাৰি মাৰিবলৈ গ'ল। কিন্তু সি মাকৰ মৃতদেহ চুই বহি আছিল বাবে অশৌচৰ ভয়ত তাৰ গাত দাৰোৱানে আৰু হাত নিদিলে। চিএৰ-বাখৰত মানুহ গোট খালে। কোনেও দাৰোৱানৰ কথা অস্বীকাৰ নকৰিলে যে বিনা অনুমতিত ৰসিকৰ পক্ষে গছ কাটিবলৈ

যোৰাটো ঠিক হোৱা নাই। পিছে সিহঁতেই আকৌ দাৰোৱানক হাতত ধৰি ভৰিত ধৰি মিনতি কৰিবলৈ ধৰিলে যে অনুগ্ৰহ কৰি ৰসিকক যেন গছ কটাৰ অনুমতি দিয়া হয়; কিযনো বেমাৰৰ সময়ত খবৰ ল'বলৈ অহা মানুহবোৰৰ আগত কাঙালীৰ মাকে তাইৰ শেষ ইচ্ছাকণ ব্যক্ত কৰিছিল।

দাৰোৱানজনে সহজে সেও মনা প্ৰকৃতিৰ নহয়। সেয়ে হাত মুখ লৰাই লৰাই জনালে, "এনে চালাকি তাৰ ওচৰত নাখাটিব।"

জমিদাৰজন তাৰ স্থানীয় মানুহ নহয়। গাঁৱত তেওঁৰ এটা কাছাৰী আছে। গোমস্তা অধৰ ৰায় তাৰ সৰ্বেসৰ্বা। মানুহবোৰে যেতিয়া হিন্দুস্থানী দাৰোৱানজনৰ ওচৰত ব্যৰ্থ অনুনয় বিনয় কৰি আছিল— কাঙালীয়ে উৰ্দ্ধশ্বাসত দৌৰি গৈ কছাৰী ঘৰত উপস্থিত হ'ল। সি মানুহৰ মুখত শুনিছিল যে পিয়দাবোৰে ঘুচ লয়। তাৰ বিশ্বাস আছিল যে ইমান ডাঙৰ অসংগত অত্যাচাৰৰ কথা যদি মনিবৰ কাণত পৰে নিশ্চয় ইয়াৰ প্ৰতিবিধান কৰিব। হায় অনভিজ্ঞ বালক! বংগদেশৰ জমিদাৰ আৰু তেওঁৰ কৰ্মচাৰীবিলাকক সি চিনি পোৱা নাই। সদ্য মাতৃহীন কাঙালী শোকত আৰু উত্তেজনাত উদভ্ৰান্ত হৈ চিধা ওপৰলৈ উঠি গ'ল।

অধৰ ৰায় তেতিয়া সান্ধ্য আহ্নিক শেষ কৰি অলপ জলপান কৰি বাহিৰলৈ আহিছিল। বিস্মিত আৰু ক্ৰুদ্ধ হৈ সুধিলে, "হেৰ, তই কোন?"

"মই কাঙালী। দাৰোৱানজীয়ে মোৰ পিতাইক মাৰিছে।"

"ভাল কৰিছে। হাৰামজাদাই খাজনা দিয়া নাই চাগে।" কাঙালীয়ে উত্তৰ দিলে, "নহয়, বাবু। পিতাই গছ কাটি আছিল। মোৰ আই ঢুকাইছে"— কওঁতে কওঁতে সি কান্দি দিলে।

ৰাতিপুৱাতে এনে কন্দা-কটাত অধৰ ৰায়ে বৰ আমনি পালে। ল'ৰাটো মৃতকক চুই আহিছে। নাজানো আৰু কিবা কিবি চুলে নেকি? ধমক দি ক'লে, "মাক ঢুকাইছে যদি যা তললৈ যা। কোনে আছ? ইয়াত অলপ গোবৰ পানী ছটিয়াই দে। কোন জাতৰ ল'ৰা তই?"

কঙালী ভয় খাই চোতালৰ নামি গৈ থিয় দি ক'লে, "আমি দুলে।"

অধৰ ৰায়ে ক'লে, "দুলে? দুলে জাতৰ মৃতকৰ বাবে কাঠ কিয় লাগে?"

কাঙালীয়ে উত্তৰ দিলে, "আয়ে মোক চিতা সজাই তেওঁৰ শটো পুৰিবলৈ

কৈ গৈছে। তুমি এওঁলোকক সোধা না বাবু। আই সকলোকে কৈ গৈছে, সকলোৱে শুনিছে।" মাকৰ কথা কওঁতে কওঁতে তেওঁৰ সকলো কথা, সকলো অনুৰোধ, উপৰোধবোৰ মনত পেলাই আকৌ সি কান্দোনত ভাঙি পৰিবৰ উপক্ৰম হ'ল।

অধৰ ৰায়ে ক'লে, "মাৰক পুৰিব খুজিছ তো গছৰ দাম হিচাপে পাঁচ টকা আনগৈ। পাৰিবি?"

কাঙালী জানে যে সেয়া সিহঁতৰ পক্ষে সম্ভৱ নহয়। তাৰ চেলেং এখন কিনিবলৈ কাঁহীখন বিক্ৰিৰ পেইচাৰে এটকাত বন্ধক দিবলৈ যোৱাটো সি নিজ চকুৰে দেখিছে। সি মূৰ দুপিয়াই উত্তৰ দিলে, "নাই, নোৱাৰো।"

অধৰ ৰায়ে মুখখন বিকৃত কৰি ক'লে, "নোৱাৰ তো মাকক নৈ গৈ নদীৰ পাৰত পুতি থ গৈ যা। কাৰ বাপেকৰ গছত তোৰ বাপেৰে কুঠাৰ মাৰিবলৈ যায়। পাজী, হতভাগা, বদ্‌মাচ্।

কাঙালীয়ে উত্তৰ নিদিয়াকৈ থাকিব নোৱাৰিলে, "সেয়া দেখোন আমাৰ চোতালত থকা গছ, বাবু। সেই গছটো মোৰ আইৰ নিজ হাতেৰে ৰোৱা গছ।"

"হাতেৰে ৰোৱা গছ? পাঁড়ে, বেটাক গলত ধৰিয়াই উলিয়াই দেচোন।"

পাঁড়ে আহি গলত ধৰিয়ালে আৰু এনে কথা উচ্চাৰণ কৰিলে যি কথা মাথোন জমিদাৰৰ কৰ্মচাৰীসকলেই উচ্চাৰণ কৰিব পাৰে।

কাঙালীয়ে গাৰ ধূলি জোকাৰি উঠি থিয় দিলে। লাহে লাহে ওলাই আহিল। কিয় সি মাৰ খালে, কি তাৰ অপৰাধ, কাঙালীয়ে একো ভাবিয়ে নাপালে। গোমস্তাজনৰ নিৰ্বিকাৰ মনত একো চাবে নপৰিল। পৰিলে এনে চাকৰি তাৰ কপালত নুজুটিলেওহেঁতেন। ওপৰজি ক'লে, "পৰেশ, চাচোন সিহঁতৰ খাজনা বাকী পৰি আছে নেকি? বাকী পৰি আছে যদি জাল ঠাল কিবা এটা কাঢ়ি আনি ৰাখিবি। হাৰামজাদাই পলাব পাৰে।"

মুখাৰ্জী ঘৰৰ শ্ৰাদ্ধৰ দিন আহি পাইছিল। মাজতে মাত্ৰ এটা দিন আছে। গৃহিনীৰ উপযোগী কৰি আয়োজন কৰা হৈছে। বৃদ্ধ ঠাকুৰ দাসে নিজে চোৱা মেলা কৰি আছে। কাঙালী তেওঁৰ সন্মুখত থিয় দি বিনম্ৰ সুৰত ক'লে, "গোহাইদেউ, মোৰ আই ঢুকাইছে।"

"তই কোন? কি লাগে তোক?"

"মই কাণ্ডালী। আয়ে মৰাৰ আগত মোক কৈ গৈছিল তেওঁৰ শটো পুৰিবলৈ।"

"তাকে নকৰ কিয়?"

কছাৰীৰ ঘটনাটো ইতিমধ্যে মুখে মুখে প্ৰচাৰিত হৈছিল। এজনে ক'লে— "সি বোধকৰো এটা গছ খুজিছে।" এই বুলি ঘটনাটো সবিস্তাৰে প্ৰকাশ কৰিলে।

মুখাৰ্জীয়ে আমনি পাই ক'লে, "আবদাৰ চোৱা। মোকে কিমান কাঠ লাগে তাৰ হিচাপ নাই। কালি বাদে পৰহি কাম। যা, যা, ইয়াত একো নাপাবি।" কথাখিনি কৈয়ে মুখাৰ্জীয়ে সেই ঠাইৰপৰা আন ঠাইলৈ গ'ল।

ভট্টাচাৰ্যদেৱে অলপ দূৰৈত বহি হিচাপ কৰি আছিল। কাণ্ডালীক ক'লে, "তহঁতৰ জাতত কোনবাই কেতিয়াবা শ পুৰিছে নেকি? যা, মুখত অলপ খেৰ জ্বলাই দি নৈৰ চাপৰিত কবৰ দে গৈ।" মুখাৰ্জী দেৱৰ বৰ পুতেকে ব্যস্তভাৱে সেই বাটেৰে গৈ আছিল। তেওঁৰ কাণত কথাষাৰ পৰিল। ক'লে, চাওকচোন ভট্টাচাৰ্য দেউ, সকলোৱে এতিয়া বামুণ, কায়স্থ হ'ব খোজে।" কথাখিনি কৈয়ে আনফালে গুচি গ'ল।

কাণ্ডালীয়ে বুজি পালে; আৰু কাৰো ওচৰত মিনতি নজনালে। কেইঘণ্টামানৰ অভিজ্ঞতাত সংসাৰত সি যেন একেবাৰে বুঢ়া হৈ গ'ল। নিঃশব্দে লাহে লাহে মাকৰ ওচৰলৈ গ'ল।

নদীৰ চৰত গাত খান্দি অভাগীক শুৱাই দিলে। ৰাখালৰ মাকে কাণ্ডালীৰ হাতত এক মুঠি বান্ধি লোৱা খেৰ জ্বলাই দি মাকৰ মুখখনত স্পৰ্শ কৰাই পেলাই দিলে। তাৰ পিছত উপস্থিত সকলোৱে লগ লাগি মাটি জাপি দি কাণ্ডালীৰ মাকৰ শেষকৃত্য সম্পন্ন কৰিলে।

সকলোৱে কামত ব্যস্ত। মাথোন সেই পুৰি যোৱা খেৰৰ মুঠিটোৰপৰা যি অকণমান ধোঁৱা উঠি আকাশৰ পিনে গতি কৰিছিল— সেই পিনে পলকহীন ঊৰ্দ্ধ দৃষ্টিৰে কাণ্ডালী চাইয়ে ৰ'ল। ☐

# মহেশ

গাঁওখনৰ নাম কাশীপুৰ। সৰু গাঁও। তাৰ জমিদাৰ জনো তেনেই সৰু। তেওঁৰ প্ৰতাপত পিছে প্ৰজাসকলে তেওঁৰ কথাৰ ওপৰত অকণো মাতিব নোৱাৰে।

জমিদাৰৰ নুমলীয়া পুত্ৰেকৰ জন্মতিথি উপলক্ষে পূজা-পাতল কৰা হৈছিল। পূজাৰ কাম শেষ কৰি পুৰোহিত তৰ্কৰত্নই দুপৰীয়া ঘৰলৈ উভতিবলৈ ধৰিছিল। বহাগৰ শেষ পালেহি। পিছে আকাশৰ ক'তো অকণো ডাৱৰ নাই। নিদাঘ আকাশখনৰপৰা যেন জুই বৰষি আছে। সমুখৰ দিগন্ত ব্যাপী পথাৰখন ৰ'দৰ তাপত ফাটো ফাটো। সেই ফাটেদি ধৰিত্ৰীৰ বুকুৰ তেজ নিৰন্তৰ ধোঁৱা হৈ ওপৰলৈ উঠি আছে। অগ্নিশিখাৰ নিচিনা ধোঁৱাবোৰৰ সৰ্পিল গতিৰ পিনে চাই থাকিলে মূৰ আচন্দ্ৰাই যায় নিচা হোৱা যেন বোধ হয়।

এই গাঁওখনৰে সীমান্ত বাটৰ কাষতে গফুৰ তাঁতীৰ ঘৰ। তাৰ ঘৰৰ মাটিৰ দেৱাল জহি-খহি গৈছে। চোতাল আৰু ৰাস্তা এক হৈ গৈছে। অন্তঃপুৰৰ লাজ-সম্ভ্ৰম বাটৰুৱাৰ করুণাৰ ওচৰত আত্মসমৰ্পণ কৰিবলগীয়া হৈছে। ৰাস্তাৰ দাঁতিৰ এটি পিটালি গছৰ ছাঁত থিয় হৈ তৰ্কৰত্নই উচ্চস্বৰে মাতিলে, "হেৰ গফ্ৰা, বোলো ঘৰত আছ নে নাই?"

গফুৰৰ দহবছৰীয়া জীয়েকে দুৱাৰ মুখত থিয় দি উত্তৰ দিলে, "পিতাইকনো কিয় মাতিছা? পিতাইৰ জ্বৰ।"

"জ্বৰ? মাতি দে হাৰামজাদাক। পাষণ্ড, ম্লেচ্ছ, ক'ৰবাৰ!"

চিঞৰ বাখৰত গফুৰ মিঞাই ঘৰৰ ভিতৰৰপৰা বাহিৰলৈ ওলাই আহিল। জ্বৰত কঁপি কঁপি তৰ্কৰত্নৰ ওচৰলৈ আহি থিয় দিলে। ভঙা প্ৰাচীৰৰ গাতে লাগি থকা পুৰণি বাবলা গছ, তাৰ গুড়িত বন্ধা এটা ষাড় গৰু। তৰ্কৰত্নই ষাঁড় গৰুটোক আঙুলিয়াই দি ক'লে, "এয়া কি কৰিছ? এইখন হিন্দুৰ গাঁও। জমিদাৰজন ব্ৰাহ্মণ। সেয়া জানো তোৰ খেয়াল আছে।" তেওঁৰ মুখখন

খণ্ডত, ৰ'দত, গৰমত ৰক্তবৰ্ণ, গতিকে তেনে মুখেৰে গৰম গৰম কথাকে ওলাব। পিছে গফুৰে কাৰণটো নো কি নুবুজি মাথো চাই ৰ'ল।

তৰ্কৰত্নই ক'লে, "ৰাতিপুৱা যোৱাৰ সময়ত চাই গৈছো এই ষাঁড় গৰুটো ইয়াতে বন্ধা; এতিয়া দুপৰীয়া উভতিবৰ সময়তো দেখিলো সেই একে ভাবে বন্ধা। গো-হত্যা হ'লে দেখোন জমিদাৰে তোক জীয়াই জীয়াই কবৰ দিব। তেওঁ সাধাৰণ বামুণ নহয়, দেই।"

"কি কৰিম দেউ, বৰ মস্কিলত পৰিছো। কেইদিনৰপৰা মোৰ জ্বৰ। ৰচি ধৰি যে দুমুঠি ঘাঁহ খুৱাই আনিম সেই শক্তিকণো নোহোৱা হৈছে। অলপমান খোজ কাঢ়িলেই মূৰটো ঘূৰাই যায়।

"তেনেহলে এৰাল দে। নিজেই চৰি আহিব।"

"ক'ত নো এৰি দিম দেউ? মানুহে খেতিৰ ধান এতিয়াও সামৰা নাই; পথাৰতে পৰি আছে। ধান মৰোৱা হোৱাই নাই; ক'তো এমুঠি ঘাঁহো গজা নাই। এৰাল দিলে ঘাঁহ বিচাৰি কাৰ ধান খেতিত মুখ দিয়ে গৈ কোনে জানে? এনে পৰিস্থিতিত কেনেকৈনো এৰা দিওঁ।

তৰ্কৰত্নই অলপ নৰম হ'ল। ক'লে, "এৰাল দিব নোৱাৰ তো অলপ ঠাণ্ডা ঠাইত বান্ধি থৈ দুমুঠি খেৰকে খাবলৈ দে; চুবাই থাকক। তোৰ জীয়েৰে ভাত ৰন্ধা নাই নেকি? ভাতৰ মাৰত অলপ পানী মিলাই এক চৰিয়া খাবলৈ দিব পাৰ দেখোন?"

গফুৰে একো নামাতিলে। নিৰূপায়ৰ নিচিনা তৰ্কৰত্নৰ মুখৰ পিনে চাই দীঘল হুমুনিয়াহ এটা কাঢ়িলে।

'সেয়াও নাই নেকি? খেৰবোৰ কি কৰিলি। ভাগত যিখিনি পাইছিলি সেয়া বেচি দি নিজৰ পেটটোকে ভৰালি নে কি? গৰুটোৰ বাবে অলপো ৰাখিব নালাগে নে? বেটা, কচাই!"

এনে নিষ্ঠুৰ অভিযোগ শুনি গফুৰৰ মাত বোল হৰিল। অলপ পিছত লাহে লাহে ক'বলৈ ধৰিলে, "এক কাহন খেৰ এইবেলি ভাগত পাইছিলো হয়। পিছে যোৱা বছৰৰ পাওনা হিচাপে জমিদাৰ বাবুৱে গোটেইখিনিয়ে ৰাখিলে। কন্দা-কটা কৰি, ভৰিত পৰিলো, কাকুতি মিনতি কৰিলো, "গোঁহাই আপুনি বজা মানুহ। আপোনাৰ ৰাজ্য এৰি মইনো ক'ত পলাম! দহ মুঠি

খেৰকে মোক দিয়ক। ঘৰৰ চালতো খেৰ নাই। এটা মাত্ৰ ঘৰ বাপেক-জীয়েক থাকো। খেৰ নহলেও এই বেলি তালপাত কিছুমান চালত দি থৈ কোনোমতে বাৰিষা কালটো কটাম। পিছে খাবলৈ নাপালে মোৰ মহেশ দেখোন মৰিয়ে যাব!"

তৰ্কৰত্নই হাঁহি মাৰি ক'লে, "ইচ্, হেপাহ কৰি আকৌ ষাঁড় গৰুটোৰ নাম ৰাখিছে 'মহেশ'। তোৰ কথা শুনি মই দেখোন হাঁহি-হাঁহিয়ে মৰিম!"

পিছে এনে ইতিকিং কৰি কোৱা কথা গফুৰৰ কাণত নোসোমাল। সি কৈয়ে গ'ল, "পিছে হাকিম হুজাৰ দয়া নহ'ল। দুমাহৰ জোখাৰে খোৱাৰ ধানখিনি আমাক দিলে সঁচা; পিছে খেৰ-চেৰ একো নিদিলে। ইপিনে চৰকাৰী ভঁৰালত খেৰৰ দম হৈ গ'ল। মোৰ মহেশে তাৰ অকণমানো ভাগ নাপালে। কওঁতে কওঁতে গফুৰৰ কণ্ঠস্বৰ কান্দোনত ৰুদ্ধ হৈ গ'ল। তৰ্কৰত্নৰ পিছে কৰুণা নুপজিল। ক'লে, "বেচ মানুহ তো তই; তই খাই সাং কৰিলি। জমিদাৰৰ ভাগটো নিদিবি নে কি? তহঁত দেখোন ৰাম-ৰাজ্যত আছ। সৰু জাতিৰ তো? সেয়ে দুৰ্ণাম কৰি ফুৰ।"

গফুৰে লাজ পাই ক'লে, "দুৰ্ণাম কৰি ফুৰিম নো কিয়, দেউ? তেওঁৰ বেয়া আমি নকওঁ। পিছে ক'ৰপৰা ধাৰ মাৰো, কোৱাচোন? চাৰি বিঘা মাটিত ভাগৰ খেতি কৰো। পৰ পৰ দুবছৰ অজন্মা হ'ল। খেতিপথাৰৰ ধান পথাৰতে শুকাই গ'ল। বাপেকে জীয়েকে দুই বেলা দুজনৰ দুটা পেট ভৰাকৈয়ে খাবলৈ নাপাওঁ। শোৱা ঘৰটোৰ পিনে চোৱা। বাৰিষাকালত বৰষুণত ছোৱালীজনীক লৈ ঘৰৰ চুকত বহি বহিয়ে ৰাতিটো কটাও; ভৰি মেলি শুবৰ জোখাৰে শুকান ঠাইকণো নাথাকে। মহেশলৈ এবাৰ চোৱা। কামিহাড়বোৰ গণিব পাৰি। অ' দেউ, দিয়ানা দুই কাহন ধান ধাৰত। গৰুটোক দুদিনমান পেট পুৰাই দানা দিওঁ। কওঁতে কওঁতে সি ধপ কৰি বামুণৰ ভৰিৰ ওচৰতে বহি পৰিল। তৰ্কৰত্নই তৎক্ষণাৎ দুখোজ পিছুৱাই গৈ ক'লে, "আ, মৰা, ছুই দিবি নেকি?"

"নাই দেউ, চুম কিয়? নোচোওঁ। পিছে মোক দুই কাহন খেৰকে দিয়া। সিদিনা মই তোমাৰ চাৰিটা খেৰৰ পুঁজি চাই আহিছো। এইখিনি দিলে তোমাৰ একো কম নপৰে। আমি লাগিলে নাখাইয়ে মৰো আপত্তি নাই; পিছে মোৰ এই অ বোলা জীৱটো— কথা ক'ব নোৱাৰে বাবে মাথো চাই থাকে আৰু

চকুৰে পানী সৰে।

তৰ্কৰত্নই সুধিলে, "ধাৰত নিবি? পিছে শোধ কৰিবি কেনেকৈ?

গফুৰে আশাৰ মুখ দেখি উত্তৰ দিলে, "যেনেকৈ পাৰো শোধ কৰিম দেউ। তোমাক মই ফাঁকি নিদিওঁ।"

তৰ্কৰত্নই ভেঙুচালি কৰি গফুৰৰ ব্যাকুল কণ্ঠৰ নকল কৰি ক'লে," ফাঁকি নিদিওঁ। যেনেকৈ পাৰো শোধ কৰিম। ৰসিক পুৰুষ। যাঁ, যাঁ, গুচ। বাট এৰি দে। বেলি হ'ল। ঘৰলৈ যাওঁ।" মিচিকাই হাঁহি যাবলৈ ওলাই হঠাতে পিছুৱাই আহি খঙত কৈ উঠিল।, "আঁ, মৰা, শিং লৰাই আছ দেখোন। খুচিব নেকি অ'?"

গফুৰ থিয় হ'ল। গোঁসাইৰ হাতত ফল-মূল আৰু ভিজা চাউলৰ টোপোলা আছিল। সেইটো আঙুলিয়াই ক'লে, "গোন্ধ পাইছে হবলা; এমুঠি খাবলৈ খুজিছে।"

"খাবলৈ খুজিছে। হয়, হয়। যেনে খেতিয়ক, তাৰ তেনে বলদ গৰু। খেৰ নাপায় খাবলৈ, তাক লাগে চাউল কল! নি, নি, বাটৰ পৰা আঁতৰাই নি বান্ধি থ। শিংবোৰ যেনে।" এই বুলি তৰ্কৰত্নই কাষেৰে পাৰ হৈ গৈ দ্ৰুত বেগেৰে প্ৰস্থান কৰিলে।

গফুৰে সিপিনৰপৰা দৃষ্টি আঁতৰাই আনি অলপ পৰ স্তব্ধ হৈ ৰ'ল। তাৰ পিছত মহেশৰ মুখৰ পিনে চালে। তাৰ নিবিড় গভীৰ ক'লা চকুযুৰি বেদনাহত আৰু ক্ষুধাৰ্ত। তাক ক'লে, "তোক এমুঠিও নিদিলে নহয়? তেওঁলোকৰ বহুত আছে, তথাপি নিদিলে। নিদিয়েতো নাই—" তাৰ মাত ৰুদ্ধ হৈ গ'ল। তাৰপিছত চকুৰে ধাৰাসাৰ লোতক বৈ আহিল। ওচৰলৈ আহি নীৰৱে লাহে লাহে তাৰ গলত, মূৰত, পিঠিত হাত বুলাই দি নিজৰ মনতে ক'বলৈ ধৰিলে, "মহেশ, তই মোৰ ল'ৰা। তই আমাক আঠ বছৰ প্ৰতিপালন কৰি বুঢ়া হলি। তোক মই পেট পুৰাই খাবলৈ দিব নোৱৰা হৈছো। পিছে তইতো জান, তোক মই কিমান ভাল পাওঁ।

মহেশে প্ৰত্যুত্তৰত তাৰ ডিঙিটো আগবঢ়াই দি আৰামত চকু দুটা মুদিলে। গফুৰে তাৰ চকুৰ পানী গৰুটোৰ পিঠিতে মচি তেনে অস্ফুট মাতেৰে ক'ব ধৰিলে, " জমিদাৰে তোৰ মুখৰপৰা খোৱাবস্তু কাঢ়ি নিলে, শ্মশানৰ ওচৰত

গাঁৱৰ যি ডোখৰ চৰণীয়া পথাৰ আছিল,তাকো টকাৰ লোভত বন্ধক থলে. দুবছৰৰ বাবে। এই দুটা বছৰ তোক মই কেনেকৈনো বচাই ৰাখো। তোক লৈ মই এতিয়া কি কৰো, ক। গাত তোৰ বল নাই; কোনেও তোক নিকিনিবচাৰে; মানুহে তোক গৰু হাটত বেচি দিবলৈহে কয়—" কথাবাৰ মনে মনে উচ্চাৰণ কৰিয়ে আকৌ তাৰ দুই চকুৰেদি পানী সৰিবলৈ ধৰিলে। হাতেৰে মচি গফুৰে এবাৰ ইপিনে এবাৰ সিপিনে চালে, তাৰ পিছত ভঙা পঁজাৰ পিছফালৰপৰা অলপ পুৰণা বিবৰ্ণ খেৰ আনি মহেশৰ মুখৰ ওচৰত থৈ লাহে লাহে কলে, "হো, ল' সোনকালেই আৰু অলপ খাই ল, পলম হলে আকৌ............"

"পিতাই!"

"কিয়, আইটী?"

"ভাত খাবলৈ আহা।" এই বুলি কৈ ঘৰৰ ভিতৰৰপৰা আমিনাই দুৱাৰমুখলৈ ওলাই আহিল। অলপ পৰ ইপিনে সিপিনে চালে। তাৰপিছত ক'লে, "মহেশক আকৌ ঘৰৰ চালৰপৰা উলিয়াই খেৰ দিছা পিতাই?"

গফুৰে এনেকুৱা ভয়ে কৰি আছিল। লাজ পাই ক'লে, "পুৰণি পচা খেৰ আই। নিজক নিজে খহি পৰিছে।"

"মই যে ভিতৰৰপৰা টানি উলিওৱা শব্দটো পালো, পিতাই?"

"নহয়, অ' আই; ঠিক টানি অনা নাই.....।"

"পিছে দেৱালটো যে পৰি যাব পিতাই!"

গফুৰ নিমাতে ৰ'ল। এই ঘৰটো বাদে যে সকলো নোহোৱা হ'ল। আৰু এনেকৈ গৈ থাকিলে অহা বাৰিষাত ঘৰটো যে থিয় হৈ নাথাকে— এই কথা গফুৰৰ বাদে আৰু কোনে বেছি জানে? পিছে এনেকৈনো আৰু কিমান দিন চলিব?

ঘৰৰ কথা বাদ দি জীয়েকে আকৌ মাতিলে, "হাত ধুই আহা, পিতাই। মই ভাত বাঢ়ি দিছো।"

গফুৰে ক'লে, "ভাতৰ মাৰখিনি দে চোন, আই! একেবাৰে মহেশক খুৱাই দি যাওঁ।"

"মাৰ আজি নাই, পিতাই। ভাততে শুকুৱাই লৈছো।"

"নাই?" গফুৰ নিমাত হৈ গ'ল। অভাৱৰ দিনত এইখিনিও যে নষ্ট কৰিব নাপায়— এই কথাখিনি এই দহবছৰীয়া ছোৱালীজনীও বুজি পাইছে। হাত ভৰি ধুই সি ঘৰৰ ভিতৰ সোমাল। এখন পিতলৰ কাঁহীত বাপেকক শাক আৰু ভাত সাজি দি জীয়েকজনী নিজৰ বাবে মাটিৰ বাচন এটাত ভাত বাঢ়ি লৈছে। সিপিনে চাই গফুৰে লাহে লাহে ক'লে, "আমিনা, আই, অ'! মোৰ দেখোন জাৰ লাগিছে। গাত জ্বৰ লৈ খোৱাটো জানো ঠিক হ'ব?"

আমিনাই উদ্বিগ্ন সুৰত ক'লে, "পিছে তেতিয়া যে ক'লা বৰ ভোক লাগিছে বুলি?"

"তেতিয়া? তেতিয়া চাগে জ্বৰ নাছিল।"

"তেনেহ'লে ঢাকি থৈ দিওঁ, পিতাই। গধূলিলৈ খাবা।" গফুৰে মূৰ দুপিয়াই ক'লে, "পিছে, জকৰা ভাত খালে বেমাৰ বাঢ়ি যাব দেখোন, আই?"

আমিনাই সুধিলে, "তেনেহ'লে পিতাই?"

গফুৰে যেন বহুত কিবাকিবি চিন্তা কৰিলে। তাৰ পিছত হঠাৎ এটি সিদ্ধান্তত আহিল। ক'লে, "এটা কাম কৰ, আই, মহেশকে ভাতখিনি দি আহ! ৰাতি মোৰ বাবে অলপকৈ ভাত ৰান্ধি দিবলৈ নোৱাৰিবিনে?"

প্ৰত্যুত্তৰত আমিনাই মুখ তুলি অলপ পৰ চুপ কৰি থাকি পিতাকৰ মুখৰ পিনে চালে; তাৰ পিছত তলমূৰ কৰি লাহে লাহে কান্ধ লৰাই ক'লে, "পাৰিম পিতাই।"

গফুৰৰ মুখখন ৰঙা পৰি গ'ল। পিতৃ আৰু কন্যাৰ মাজত এই যে অলপ ছলনাৰ অভিনয় হ'ল— সেয়া এই দুটি প্ৰাণী আৰু এজনে বোধকৰো অন্তৰীক্ষত থাকি লক্ষ্য কৰিলে।

(২)

পাঁচ-ছদিন পিছত অসুস্থ গফুৰে চিন্তিত মন লৈ ঘৰৰ পিৰালিত বহি আছিল। তাৰ মহেশটো যোৱাকালিৰপৰা নিৰুদ্দেশ। তাৰ নিজৰ দেহাত শক্তি নাই। সেয়ে আমিনাই ৰাতিপুৱাৰপৰা মহেশক বিচাৰি আছে। আবেলি পৰত উভতি আহি জনালে, "শুনিছা পিতাই, মাণিক ঘোষহঁতে আমাৰ মহেশক খোৱাৰত দিছে হেনো।"

গফুৰে মিছা ভাবি কথাবাৰত গুৰুত্ব নিদিলে। আমিনাই জোৰ দি ক'লে, "হয় পিতাই, সঁচা কথা। তেওঁলোকৰ কাম কৰা ল'ৰাটোৱে মোক ক'লে, "তোৰ বাপেৰক কবিগৈ দৰিয়াপুৰৰ খোৰাৰত গৰুটো খুজিবলৈ।'

"সিনো কি কৰিছিল?"

"তেওঁলোকৰ বাগিচাত সোমাই গছ পুলিবোৰ নষ্ট কৰি পেলাইছে, পিতাই।"

গফুৰে নিস্তব্ধ হৈ বহি থাকিল। মহেশক লৈ সি মনে মনে বহুত দুৰ্ঘটনা কল্পনা কৰিছিল; পিছে এনে আশংকা কৰা নাছিল। গফুৰ নিৰীহও যিমান, দুখীয়াও সিমান। গতিকে কোনোবা প্ৰতিবেশীয়ে তাক ইমান ডাঙৰ শাস্তি দিব পাৰে বুলি সি কাহানিও ভবা নাছিল। বিশেষকৈ মানিক ঘোষে। গো-ব্ৰাহ্মণত যে তাৰ মতি আছে সেয়া সকলোৱে জানে।

জীয়েকে ক'লে, "বেলি যে মাৰ যাবলৈ ধৰিছে, পিতাই, মহেশক আনিবলৈ নোযোৱা?"

গফুৰে উত্তৰ দিলে, "নাযাওঁ।"

"পিছে তেওঁলোকে যে ক'লে, তিনিদিন পাৰ হৈ গলেই পুলিচৰ মানুহে তাক গৰু-হাটত বেচি দিব।"

গফুৰে জবাব দিলে, "দিয়ক দে।"

গৰুহাট বস্তুটো কি আমিনাই নাজানিছিল। পিছে মহেশৰ প্ৰসংগত ইয়াৰ উল্লেখ কৰা মাত্ৰকে তাইৰ পিতাই কেনেদৰে বিচলিত হৈ উঠে তাই সেয়া বহুবাৰ লক্ষ্য কৰিছে। তাই আৰু একো নকৈ ওলাই গ'ল।

ৰাতিৰ আন্ধাৰত লুকাই লুকাই বংশীৰ দোকানলৈ গৈ গফুৰে ক'লে, "খুৰা, টকা এটা দিব লাগে।" এই বুলি সি তাৰ পিতলৰ কাঁহীখন বংশীৰ বহা চাঙৰ তলত থৈ দিলে। কাঁহীখনৰ ওজন বংশীৰ জনা। দুবছৰৰ ভিতৰত সি পাঁচবাৰ মান সেইটোক বন্ধক থৈ এটকাকৈ নি আছে। সেয়ে বংশীয়ে আজিও আপত্তি নকৰিলে।

পিছদিনা মহেশক আকৌ যথাস্থানত দেখিবলৈ পোৱা গ'ল। সেই একে বাবলা গছৰ তল, একে কচি, একে খুটি, একে তৃণহীন শুদা আহাৰ, সেই একে ক্ষুধাতুৰ ক'লা চকুৰ সজল উৎসুক দৃষ্টি। এজন বুঢ়াকৈ মহলমানে তাক বৰ তীক্ষ্ণ দৃষ্টিৰে পৰ্যবেক্ষণ কৰিলে। অলপ দূৰৈত আঁঠু দুটা লগ

লগাই গফুৰ মিএগ্ৰা নীৰৱে বহি আছিল। পৰ্যবেক্ষণ শেষ কৰি বুঢ়াই খোঁচোনাৰপৰা এখন দহটকীয়া নোট উলিয়াই তাৰ ভাজ খুলি হাতেৰে মোহাৰি মোহাৰি গফুৰৰ ওচৰলৈ গৈ ক'লে, "আৰু নাভাঙো; গোটেইটো দিলো। ল।" গফুৰে লোবাৰ আগ্ৰহ নেদেখুৱালে। চুপ-চাপ বহিয়ে ৰ'ল। লগত সি দুজন মানুহ আনিছিল। সিহঁত গৰুৰ ৰছীডাল খুলিবলৈ ধৰোঁতেই সি হঠাতে চিধা হৈ থিয় দি উদ্ধত সুৰত ক'লে, "ৰছীত হাত নিদিবা বুলি কৈছো। খবৰদাৰ! দিলে কিন্তু কথা ভাল নহ'ব।"

সিহঁত ঠটমঠ খালে। বুঢ়াই মাতিলে, "কিয়?"

গফুৰ তেনে খঙতে উত্তৰ দিলে, "কিয় আকৌ? মোৰ বস্তু মই নেবেচো। মোৰ খুচি।" এইবুলি সি নোটখন দলিয়াই দিলে।

সিহঁতে ক'লে, "যোৱাকালি আহি থাকোতে বইনা লৈছিলা দেখোন।"

"হো। লোৱা, তোমালোকৰ বইনা ঘুৰাই দিলো।" এই বুলি কৰ্কালৰ খোচোনাৰ পৰা দুটা টকা উলিয়াই শব্দ কৰি দলিয়াই দিলে। কাজিয়া লাগিবৰ উপক্ৰম হোৱা দেখি বুঢ়াই হাঁহি হাঁহি ধীৰভাৱে ক'লে, "হেচা দি আৰু দুটকা বেছিকৈ ল'ব খুজিছা তো? বেছ, বেছ। হেৰা, দিয়াহে; ছোৱালীজনীৰ হাতত পানী খাবলৈ আৰু দুটকা দিয়া। হ'ব, নহয়?"

"নহয়।"

"পিছে ইয়াতকৈ আঠঅনা পইচাও বেছিকৈ কোনেও নিদিব। বুজিছা?"

গফুৰে সজোৰে মূৰ লৰাই প্ৰতিবাদ কৰিলে, "নহব।"

বুঢ়াই আমনি পাই ক'লে। "নহবনো কেলেই? চামৰাটোৰে মাথোন দামত বেচিব পৰা যাব। নহ'লে মালনো আৰু কি আছে?

গফুৰে 'তোবা' 'তোবা' কৈ উঠিল। গফুৰৰ মুখৰপৰা এটা বেয়া কটু কথা ওলাল। পিছ মুহূৰ্ততে দৌৰি গৈ নিজৰ ঘৰত সোমাই চিয়ঁৰি চিয়ঁৰি গালি পাৰিবলৈ ধৰিলে— সিহঁত যদি অনতি পলমে গাঁও এৰি নাযায় তেনেহ'লে জমিদাৰৰ মানুহ মাতি জোতাৰে পিটিহে সি এৰিব।

কথা বিষম দেখি মানুহবোৰ গুচি গ'ল। অলপ পিছতে জমিদাৰৰ সদৰ কাৰ্যালয়ৰপৰা তাক মাতিবলৈ জমিদাৰৰ পিয়দা আহিল। গফুৰে বুজি পালে — কথাখিনি শিবুবাবুৰ কাণত পৰিছে।

সদৰত ভদ্ৰ অভদ্ৰ বহুধৰণৰ মানুহ বহি আছিল। শিবুবাবুৱে চকু ৰঙা কৰি ক'লে, "গফৰা, তোক যে মই কি শাস্তি দিম ভাবিয়ে পোৱা নাই। ক'ত বাস কৰি আছ — জান নে নাই?

গফুৰে হাত যোৰ কৰি ক'লে, "জানো গোহাই। আমি খাবলৈ নাপাও। নহ'লে আপুনি আজি যিহকে জৰিমনা কৰিলেহেঁতেন— মই মুঠেও আপত্তি নকৰিলোহেঁতেন।"

সকলোৱে আচৰিত হ'ল। এই মানুহজনক সিহঁতে জেদি আৰু বদমেজাজি বুলিয়ে জানিছিল।

সি কান্দি কান্দি ক'লে, "এনে কাম মই আৰু নকৰো প্ৰভু।" এইবুলি সি দুই হাতেৰে নিজৰ দুখন কাণ মোচৰালে আৰু চোতালৰ ইমূৰৰপৰা সিমূৰলৈ নাক খত দিলে।

জমিদাৰ শিবু বাবুয়ে সদয় কণ্ঠত ক'লে, বাৰু, বাৰু, হ'ব দে আৰু কেতিয়াও এনে দুৰ্বুদ্ধিৰ কাম নকৰিবি।

বিবৰণ শুনি উপস্থিত সকলোৱে কণ্টাকিত হৈ উঠিল। গফুৰে চৰ্ম বেমাৰীৰ ওচৰত গৰু বেছি দিবলৈ ওলাইছিল। এনে হ'ব ধৰা মহাপাতক জমিদাৰৰ পূণ্য প্ৰভাৱ আৰু শাসনৰ ভয়তে যে নিবাৰিত হ'ল সেই বিষয়ত কাৰো সন্দেহ নৰ'ল। তৰ্কৰত্ন উপস্থিত আছিল। তেওঁ 'গো' শব্দৰ শাস্ত্ৰীয় ব্যাখ্যা দাঙি ধৰিলে আৰু কি কাৰণত ধৰ্মজ্ঞানহীন ম্লেচ্ছ জাতিক যে গাঁৱৰ ত্ৰিসীমনাত বসবাস কৰাটো নিষিদ্ধ কৰা হৈছে সেয়া ব্যাখ্যা কৰি উপস্থিত সকলোৱে জ্ঞাননেত্ৰ বিকশিত কৰি দিলে।

গফুৰে এটা কথাৰো উত্তৰ নিদিলে। প্ৰাপ্য ভাবি অপমান আৰু সকলো তিৰস্কাৰ সবিনয়ে মূৰ পাতি লৈ প্ৰসন্ন চিত্তেৰে ঘৰলৈ উলটি আহিল। প্ৰতিবেশীসকলৰ ঘৰৰপৰা ভাতৰ মাৰ খুজি আনি মহেশক খুৱালে। তাৰ গাত, মূৰত, শিঙত ঘনে ঘনে হাত বুলাই অস্ফুট স্বৰত কিমান যে কথা ক'ব ধৰিলে।

(৩)

জেঠমাহ শেষ হ'বৰ হ'ল। যি ৰুদ্ৰমূৰ্তি এদিন বহাগত আত্মপ্ৰকাশ কৰিছিল সেয়া যে কিমান ভয়ানক, কিমান কঠোৰ হ'ব পাৰে এতিয়াও আকাশৰ পিনে

চালে সেয়া উপলব্ধি কৰা টান নহয়। ক'তো যেন কৰুণাৰ আভাসকণো নাই। কেতিয়াবা যে ৰুক্ষ ৰূপৰ অকণমানো পৰিবৰ্তন আহিব পাৰে, আকৌ এদিনাখন যে এই আকাশখন মেঘ ভাৰাক্ৰান্ত হৈ স্নিগ্ধ সজল ৰূপত দেখা দিব পাৰে, আজি এনে কথা কল্পনাও কৰিব নোৱাৰি; এনে লাগে যেন প্ৰজ্জ্বলিত নভঃস্থল ব্যাপি যি উত্তাপৰ সৃষ্টি হৈছে তাৰ শেষ নাই। এনেকুৱা তপ্ত দিনত দুপৰীয়া গফুৰে ঘৰলৈ উভতি আহিল। আনৰ ঘৰত জন-মজুৰ খটা তাৰ অভ্যাস নাই। তিনি চাৰিদিন হ'ল তাৰ জ্বৰ এৰিছে। পিছে শৰীৰটো তেনেই দুৰ্বল, তেনেই শ্ৰান্ত। তথাপি আজিও সি কাম বিচাৰি ওলাইছিল। প্ৰচণ্ড ৰ'দৰ তাপ তাৰ মূৰতে পৰি মূৰ গৰম কৰি তোলাৰ বাহিৰে লাভ একো নহ'ল। ভোকত, পিয়াহত, ক্লান্তিত সি চকুৰে প্ৰায় এন্ধাৰ এন্ধাৰ দেখিবলৈ ধৰিছিল। চোতালত থিয় দি সি চিয়ঁৰিলে, "আমিনা, ভাত হ'ল নে?"

জীয়েকে ঘৰৰ ভিতৰৰপৰা লাহে লাহে ওলাই আহি একো নামাতি খুটা এটা ধৰি থিয় হৈ ৰ'ল।

উত্তৰ নাপাই গফুৰে চিয়ঁৰি ক'লে, "ভাত হ'ল নে? কি ক'লি হোৱা নাই? কিয়? শুনো!

"চাউল নাই পিতাই!"

"চাউল নাই। ৰাতিপুৱাতে মোক নকলি কিয়?"

"তোমাক দেখোন মই ৰাতিতে কৈছিলো।"

গফুৰে মুখ ভেঙুচিয়াই তাইৰ কণ্ঠস্বৰ অনুকৰণ কৰি ক'লে, "ৰাতিতে কৈছিলো। ৰাতিতে ক'লে কাৰোবাৰ মনত থাকে নে?" নিজৰ কঠুৱা মাতত তাৰ খং দ্বিগুণ বাঢ়ি গ'ল। মুখখন আৰু বেছি বিকৃত কৰি ক'লে, "চাউল থাকিব নো কেনেকৈ? বেমাৰী বাপেকে খাওক, নাখাওক, বুঢ়া জীয়েকে চাৰি-পাঁচবাৰকৈ ভাত গিলিব। ৰ'বি, ইয়াৰ পিছত চাউলৰ ঢাকনি তলা মাৰি থৈ মই বাহিৰলৈ ওলাই যাম। খাবি গলক লাগি। দে এক ঘটি পানী দে। পিয়াহত মোৰ ওঁঠ-কণ্ঠ শুকাই গৈছে। বুকু ফাটি যাব খুজিছে। ক' সেয়াও নাই?"

আমিনাই তেনেদৰে তলমূৰ কৰি থিয় দি ৰ'ল। অলপ পৰ ৰখি গফুৰে যেতিয়া বুজি পালে ঘৰত পিয়াহৰ পানী টুপিও নাই— তেতিয়া সি আৰু নিজকে সংযত কৰি ৰাখিব নোৱাৰিলে। বেগেৰে তাইৰ ওচৰলৈ গৈ তাইৰ

গালত বাম চাপৰ এটা মাৰি ক'লে, "হুৰামজাদী, তই গোটেই দিনটো কি কৰ? ইমান মানুহ মৰে, তোৰ মৰণ নাই নেকি?

জীয়েকে একো নামাতিলে। মাটিৰ কলহটো কাষত লৈ নিঃশব্দে পানী আনিবলৈ ওলাই গ'ল। তাই যোৱাৰ লগে লগেই পিছে গফুৰৰ বুকুত যেন শেলে বিন্ধিলে। মাক মৰা এই ছোৱালীজনীক সি যে কেনেকৈ ডাঙৰ কৰি তুলিছে— সেয়া সিহে মাথোন জানে। তাৰ মনত পৰিল— তাৰ এই মৰমিয়াল কৰ্মপৰাৰণা শান্ত জীয়েকজনীৰ একো দোষ নাই। খেতিৰ সামান্য ধানখিনিৰে সিহঁতে পেট ভৰাই দুসাজো খাবলৈ নাপায়। কেতিয়াবা একেলা; কেতিয়াবা তাকো নাপায়। দিনটোত পাঁচ-ছবাৰকৈ ভাত খোৱাটো যেনেই অসম্ভৱ, তেনেই মিছা। পিয়াহৰ পানী টুপি নথকাৰ কাৰণো তাৰ জনা আছে। গাঁৱত দুই তিনিটা পুখুৰী আছে হয়, পিছে সেইবোৰ শুকাই গৈছে, তাত পানী নাই। শিবচৰণ জমিদাৰৰ পুখুৰীত যিখিনি পানী আছে সেয়া সকলোৱে যাবে নহয়। আন জলাশয়বোৰত গাত খান্দি খান্দি যিখিনি পানী পোৱা যায় তাক লৈ টনা আঁজোৰাও যিমান, ভিৰো সিমান। বিশেষতঃ মুছলমান এই সৰু ছোৱালীজনী পানী ভাগতে নাপায়। ঘণ্টাৰ পিছত ঘণ্টা ৰখি বহু অনুনয় বিনয় কৰি কোনবাই যদি কৃপা কৰি তাইৰ পানীৰ পাত্ৰটোত পানী অলপ বাকি দিয়ে, সেইখিনিকে মাত্ৰ তাই ঘৰলৈ আনিব পাৰে। গফুৰে এই কথাবোৰ নজনা নহয়। খুব সম্ভৱ আজি পানী নাছিল; নাইবা পানী লোৱাৰ টনা-আঁজোৰাত কোনোবাই চাগে ছোৱালীজনীক কৃপা কৰিবৰ সময়কে নাপালে। এনেকুৱা ধৰণৰ কিবা এটা ঘটিছে এয়া বুজি পাই গফুৰৰ চকুপানী ওলাই আহিল। বিনা দোষত জীয়েকক মৰা বাবে গফুৰৰ অনুশোচনাৰ সীমা নাথাকিল।

এনেতে জমিদাৰৰ টেকেলাজন যমদূতৰ নিচিনা আহি চোতালত থিয় দিয়ে চিঞৰি মাতিলে, "হেৰ, গফুৰা ঘৰত আছ নে?"

গফুৰে বিৰক্তিৰ সুৰত উত্তৰ দিলে, "আছো, কিয়?"

"জমিদাৰ বাবুৱে মাতিছে, আহ।"

গফুৰে ক'লে, "মোৰ খোৱা লোৱা হোৱা নাই। মই পিছত যাম।"

ইমান স্পৰ্দ্ধা পিয়দাজনৰ সহ্য নহ'ল। সি অশ্ৰাব্য সম্বোধন এটি কৰি ক'লে, "বাবুৰ হুকুম— জোতা পিটি পিটি লৈ যাবলৈ কৈছে।"

গফুৰ দ্বিতীয়বাৰ আত্ম-বিস্মৃত হ'ল। সিও এটি দুৰ্বাক্য উচ্চাৰণ কৰি উত্তৰ দিলে, "মহাৰাণীৰ ৰাজত্বত কোনেও কাৰো গোলাম নহয়। মই খাজনা দিওঁ। মই নাযাওঁ।"

পিছে সংসাৰত সৰু মানুহবোৰৰ ইমান ডাঙৰ ডাঙৰ কথাৰ একো মূল্য নাই। সেয়া কোৱা বিফল। ফলপ্ৰসূ নহয়। ওলোটা বিপদহে মাতি আনে। ৰক্ষা এয়ে যে ইমান ক্ষীণ কণ্ঠ সিমান ওপৰত থকাজনৰ কাণত গৈ নপৰে। নহ'লে তাৰ মুখৰ ভাত আৰু চকুৰ টোপনি দুয়োটাই নোহোৱা হ'লহেঁতেন।

তাৰ পিছত কি হ'ল— বহলাই কোৱাৰ প্ৰয়োজন নাই। এঘণ্টামান পিছত সি জমিদাৰৰ কাছাৰীৰপৰা ঘুৰি আহি নিঃশব্দে বিছনা ল'লে। তাৰ চকু-মুখ চাবুকৰ কোবত উখহিছে। তাৰ ইমান ডাঙৰ শাস্তিৰ কাৰণ মহেশ। গফুৰে ঘৰৰপৰা ওলাই যোৱাৰ লগে লগেই মহেশো ৰছী-ছিঙি ওলাই যায় আৰু জমিদাৰৰ ঘৰৰ চোতালত সোমাই ফুলৰ গছবোৰ খাই পেলায়। চোতালত ধান শুকাবলৈ দিয়া হৈছিল। সেইবোৰ গছকি ছিটিকিয়াই নষ্ট কৰি পেলাইছে। শেহত ধৰিবলৈ যাওঁতে জমিদাৰৰ সৰু জীয়েকজনীক ৰগৰাই দি পলাইছে। এনেকুৱা ঘটনা প্ৰথম হোৱা নাই। আগতো ঘটিছিল। দুখীয়া বুলি তাক মাফ কৰা হৈছিল। আগৰ নিচিনা এইবেলিও সি যদি হাতত ধৰি, ভৰিত পৰি ক্ষমা খুজিলেহেঁতেন, ক্ষমা হয়তো পালেহেঁতেন। পিছে সি যে খাজানা দি বাস কৰে, কাৰো গোলাম নহয় বুলি ক'লে— প্ৰজা এজনৰ মুখত এনে স্পৰ্দ্ধাজনক কথা জমিদাৰ শিবচৰণ বাবুৱে কোনোপধ্যেই সহ্য নকৰিলে। জমিদাৰৰ ঘৰত সি প্ৰহাৰ আৰু লাঞ্ছনাৰ বিন্দুমাত্ৰ প্ৰতিবাদ কৰা নাই। সকলো মুখ বুজি সহ্য কৰিছে। ঘৰলৈ আহিও সি একো নোখোৱাকৈ বিছনাত পৰিলেগৈ। ভোক পিয়াহৰ কথা তাৰ মনত নপৰিল। পিছে বুকুৰ ভিতৰখন বাহিৰৰ দ্বিপ্ৰাহৰিক আকাশখনৰ নিচিনা উত্তপ্ত হৈ জ্বলি আছিল। এনেদৰে কিমান সময় পাৰ হ'ল তাৰ জ্ঞান নাছিল। চোতালৰপৰা হঠাতে তাৰ জীয়েকৰ আৰ্তকণ্ঠ শুনি ততালিকে শোৱাপাটিৰপৰা উঠি বাহিৰলৈ আহিল আৰু দেখা পালে আমিনাই মাটিত পৰি আছে, ভঙা কলহৰপৰা পানী বাগৰি আছে আৰু মহেশে মাটিৰ পৰা সেই পানী মৰুভূমিৰ নিচিনাকৈ শুহি আছে। চকুৰ পলক পৰাৰ আগতেই দিগ্‌বিদিগ জ্ঞান-শূন্য হৈ গফুৰে এনে এটা কাম কৰিলে যাৰ পৰিণতি বিষম হ'ল। মেৰামতি কৰিবৰ বাবে যোৱাকালি খুলি থোৱা নাঙলৰ মূৰটো হাতত

তুলি লৈ গফুৰে তলমূৰ কৰি পানী শুহি থকা মহেশৰ মূৰত জোৰে জোৰে আঘাত কৰিবলৈ ধৰিলে।

এবাৰ মাথোন মহেশে মুখখন দাঙি ধৰিবৰ চেষ্টা কৰিলে। তাৰ পিছতে অনাহাৰ ক্লিষ্ট শীৰ্ণদেহ লৈ মাটিত বাগৰি পৰিল। চকুৰ কোনে দি কেইটোপালমান তেজ বাগৰি আহিল। দুবাৰমান তাৰ গোটেই শৰীৰটো জিকাৰ খাই উঠিল। তাৰ পিছত সমুখৰ আৰু পাছফালৰ ঠেং চাৰিটা যিমানদূৰ পাৰি প্ৰসাৰিত কৰি মহেশে শেষ নিঃশ্বাস ত্যাগ কৰিলে।

আমিনাই কান্দি উঠি ক'লে, "কি কৰিলা পিতাই! আমাৰ মহেশ দেখোন মৰি গ'ল!"

গফুৰে অলৰ হৈ ৰ'ল। একো উত্তৰ নিদিলে। মাথোন পলকহীন চকুৰে আন এযোৰ নিমেষহীন গাঢ় ক'লা চকুৰ পিনে চাই থাকি পাথৰৰ নিচিনা নিশ্চল হ'ল।

দুঘণ্টামান পিছত খবৰ পাই গাঁৱৰ সীমাত থকা মুচিৰ দল এটা আহি পালে। সিহঁত বাঁহৰ চাঙী বান্ধি মহেশক উঠাই লৈ গ'ল। সিহঁতৰ হাতৰ ধাৰাল তীক্ষ্ণ ছুৰি দেখি গফুৰে শিয়ঁৰি উঠি চকু মুদি দিলে। একো নকলে।

গাঁৱৰ মানুহ আহি ক'লে, "তৰ্কৰত্নৰপৰা ব্যৱস্থা ল'বলৈ জমিদাৰে মানুহ পঠিৱাইছে। প্ৰায়শ্চিত্তৰ খৰচ গোটাবলৈ তোক তোৰ পৈত্ৰিক ভিটাকণ বেচিব নলগা হলেহে ৰক্ষা।'

গফুৰে এনেবোৰ কথাৰ একো উত্তৰ নিদিলে। আঁঠুদুটাৰ মাজত মুখখন গুজি বহিয়ে ৰ'ল।

ৰাতি বহুত হ'ল। গফুৰে জীয়েকক টোপনিৰপৰা উঠাই দি ক'লে, "আমিনা ব'ল আই, আমি যাওঁগৈ।"

আমিনা কাঠিত শুই আছিল। সাৰ পাই চকু মচি মচি উঠি বহি সুধিলে, "ক'লৈ যাম, পিতাই?"

গফুৰে উত্তৰ দিলে, 'ফুলবেড়ৰ চটকলত কাম কৰিবলৈ।'

জীয়েকে আচৰিত হ'ল। ইমানদিনে শত সহস্ৰ দুখৰ মাজতো পিতাই কোনোদিন কোনো কল-কাৰখানাত কাম কৰিবলৈ ৰাজি হোৱা নাছিল। তাই পিতাকৰ মুখত বহুবাৰ শুনিছে যে কল-কাৰখানাত কাম কৰিলে ধৰ্ম নাথাকে।

মাইকী মানুহৰ ইজ্জত আৰু আবৰু নাথাকে।

গফুৰে ক'লে, "আই অ', পলম নকৰিবি। ব'ল বহুখিনি বাট যাব লাগিব।"

আমিনাই পানীখোৱা ঘটিটো আৰু পিতাকৰ ভাতখোৱা পিতলৰ কাঁহীখন লগত লৈ যাবলৈ ওলাইছিল। গফুৰে হাক দি ক'লে, "সেইবোৰ থাকক দে, আই। সেইবোৰ মোৰ মহেশৰ প্ৰায়শ্চিত্তত লাগিব।"

এন্ধাৰ মাজনিশা। গফুৰে জীয়েকৰ হাতত ধৰি ওলাল। সেই গাঁৱত তাৰ কোনো আত্মীয় স্বজন নাছিল। কাকো জনাবৰো নাছিল। চোতাল পাৰ হৈ বাটৰ কাষৰ সেই বাবলা গছজোপাৰ ওচৰলৈ আহি সি থমকি ৰ'ল আৰু হঠাতে হুকহুকাই কান্দিবলৈ ধৰিলে। তৰা ভৰা আকাশৰ পিনে চাই ক'ব ধৰিলে, "আল্লা! মোক যিমান খুচি শাস্তি দিয়া। পিছে মোৰ মহেশে পিয়াহ লৈ মাৰিল। সি চৰি খাব পৰা ইমানকণ জমিও কোনেও ৰখা নাই। যিজনে তুমি দিয়া পথাৰৰ ঘাঁহ, তুমি দিয়া পিয়াহৰ পানীটুপিও তাক খাবলৈ দিয়া নাই, তুমি তাৰ অপৰাধ কেতিয়াও ক্ষমা নকৰিবা, আল্লা।" ❑

# পৰেশ

(১)

মজুমদাৰ পৰিয়াল নাম কৰা পৰিয়াল। গাঁৱত তেওঁলোকৰ বৰ সম্মান। ডাঙৰ ভায়েক গুৰুচৰণ পৰিয়ালৰ মুখিয়াল। অকল পৰিয়ালৰে নহয় তেওঁক গোটেই গাঁৱৰে মুখিয়াল বুলি ক'লে বঢ়াই কোৱা নহয়। ধনী মানুহ আৰু আছিল। পিছে ইমানখিনি শ্ৰদ্ধা আৰু ভক্তিৰ পাত্ৰ শ্ৰীকুঞ্জপুৰত দ্বিতীয় আৰু কোনো নাছিল। জীৱনত ডাঙৰ চাকৰি গুৰুচৰণে কেতিয়াও কৰা নাই। গাঁও এৰি আন ঠাইলৈ যাবলৈ মান্তি হ'লে হয়তো সেয়া দুষ্প্ৰাপ্য নহ'লহেঁতেন। পিছে প্ৰথম যৌৱনত সেই যে এদিনাখন ওচৰৰে জিলা স্কুলৰ শিক্ষকতা কামত সোমাল— আন কোনো লোভতেই এই শিক্ষালয়ৰ মায়া কটাই আনঠাইলৈ যাবলৈ সন্মত নহ'ল। ইয়াত ত্ৰিছ টকাৰ বেতন পঞ্চাছ হ'লগৈ; পেন্সন হিচাপে তাৰ আধা পঁচিছ টকাকৈ পালে। তিনিবছৰ হ'ল অৱসৰ লোৱাৰ। পৃথিৱীত বোধকৰো এতিয়াও টকাটোৱে ডাঙৰ বস্তু নহয়। নহ'লে কাজিয়া ভাঙিবলৈ; নালিচ নিষ্পত্তি কৰিবলৈ, দলাদলিৰ বিচাৰ কৰি দিয়াত তেওঁৰ আদেশকে শ্ৰীকুঞ্জপুৰৰ সকলোৱে মানি নল'লেহেঁতেন। তেওঁৰ অপৰিসীম স্ব-ধৰ্ম নিষ্ঠা, চৰিত্ৰৰ দৃঢ়তা আৰু অবিচলিত সাধুতাৰ সমুখত সকলোৱে সম্ভ্ৰমত মূৰ দোৱাইছিল। বয়স প্ৰায় ষাঠি হ'ল। কোনোবাৰ চৰিত্ৰত সাধুতা আৰু ধৰ্মৰ আতিশয্য দেখা পালে দশ-বিশখন গাঁৱৰ মানুহে ধেমালি কৰি কয়— "ইচ, এওঁ দেখোন একেবাৰে গুৰুচৰণ!"

গুৰুচৰণৰ পত্নী নাছিল। আছিল একমাত্ৰ পুতেক বিমল। জগতত অদ্ভুত বুলি চাগে বাস্তৱিকতে একো নাই; নহলে ইমান সৰ্বগুণান্বিত পিতৃৰ ইমান সৰ্বদোষান্বিত পুত্ৰ যে কেনেকৈ জন্ম লয়, মানুহে ভাবিয়ে নাপালেহেঁতেন।

পুত্ৰৰ লগত পিতৃৰ সাংসাৰিক বন্ধন একো নাছিল। তেওঁৰ একমাত্ৰ বন্ধন আছিল ভতিজা ল'ৰা পৰেশ। হৰিচৰণৰ ডাঙৰ পুতেক পৰেশেই আছিল তেওঁৰ আচল পুত্ৰ। পৰেশে এম-এ পাছ কৰি আইন পঢ়িবলৈ লৈছে। তাক

বৰ্ণ পৰিচয়ৰপৰা আৰম্ভ কৰি আজিলৈকে সকলো পঢ়া-শুনা তেৱেঁই শিকাই আছিল। বিমল যে একো নিশিকিলে তেওঁৰ এই দুখ পৰেশে গুচাইছে।

(২)

সৰু ভাই হৰিচৰণ ইমানদিনে বিদেশতে সাধাৰণ চাকৰি এটি কৰি আছিল। হঠাতে যুদ্ধৰ সময়ত তেওঁৰ কপাল ফুলিল। কিবা কিবি কৰি টকা আৰ্জি তেওঁ ধনী হ'ল। চাকৰি এৰি দি ঘৰলৈ গুচি আহিল। মানুহক বেছি সুদত টকা ধাৰ দি টকা বঢ়াবলৈ ধৰিলে। ঘৈণীয়েকৰ নামত বাগিচা এখন কিনিলে। আৰু কিবাকিবি কৰি টকা আৰ্জিবলৈ ধৰিলে। তেওঁৰ টকাৰ গোন্ধ ওচৰৰে আন পাঁচ ছখন গাঁৱৰ মানুহে পাবলৈ ধৰিলে।

এদিনাখন হৰিচৰণে গুৰুচৰণৰ ওচৰলৈ আহি সবিনয়ে ক'লে— "ককাইদেউ, বহুদিনৰপৰাই আপোনাক এটা কথা কম বুলি পাঙি আছো।"

গুৰুচৰণে ক'লে, "ভাল বাৰু, কোৱাঁ।"

হৰিচৰণে অলপ দ্বিধা কৰি ক'লে, "আপুনি অকলেনো আৰু কিমান দিন চম্ভালিব পাৰিব। আপোনাৰ বয়সো হ'ল যথেষ্ট।"

গুৰুচৰণে ক'লে, "ঠিকে কৈছা। ষাঠি চলি আছে।"

হৰিচৰণে ক'লে, "তাকেতো কৈ আছো। মইতো এতিয়া ঘৰতে থাকিম। বিষয় সম্পত্তিবোৰ সকলো বেচিজিল হৈ আছে। ভাগৰ চিন দি লৈ মই যদি...."

গুৰুচৰণে অলপ পৰ সৰু ভায়েকৰ মুখৰ পিনে চাই ৰ'ল। তাৰপিছত ক'লে, "বিষয় সম্পত্তি আমাৰ বেছি নাই; আৰু সেয়া বেচিজিল হৈ থকা নাই। তুমি আচলতে বেলেগ হোৱাৰ প্ৰস্তাব দিব খুজিছা নেকি?"

লাজ পাই হৰিচৰণে জিভাত কামুৰি ক'লে, "নাই, নাই; যেনে আছে তেনেদৰেই থাকিব। মাত্ৰ আমাৰ যিকণ আছে তাত চিন দি ল'ব খুজিছো। আৰু ৰন্ধা-বঢ়াখিনি বৰ জামেলাৰ বিষয়। সকলো ঠিকে থাকিব। মাথোন দাইলখিনি, ভাতখিনি বেলেগ কৰি ল'ব খুজিছো। বুজি পালে নে?"

গুৰুচৰণে ক'লে, "এৰা বুজি পাইছো। ভাল বাৰু, কাইলৈৰ পৰা তাকে হ'ব।"

হৰিচৰণে সুধিলে, "চিনটো কেনেকৈ দিব বুলি ভাবিছে?"

গুৰুচৰণে উত্তৰ দিলে, "ভাবিবৰতো ইমানদিনে হোৱা নাছিল। আজি যদি হৈছে— আমি তিনিভাই যেতিয়া, সমানে তিনিভাগ কৰি ল'লে হ'ল।"

হৰিচৰণে আচৰিত হৈ ওলোটাই প্ৰশ্ন কৰিলে, "তিনিভাগ আকৌ কিয়? মাজুবৌ বিধবা। ল'ৰা-ছোৱালী নাই। তেওঁৰ আকৌ ভাগ কিহৰ? দুভাগ হ'ব।

গুৰুচৰণে মুৰ জোকাৰি ক'লে, 'নহয়, তিনিভাগ হ'ব। মাজু বোৱাৰী মোৰ শ্যামাচৰণৰ বিধবা পত্নী। যিমান দিন বাঁচি থাকে তেওঁৰ ভাগ অৱশ্যে পাব।"

হৰিচৰণে খণ্ডত ক'লে, 'আইন অনুসৰি নাপায়। অকল খাবলৈ আৰু পিন্ধিবলৈহে পাব।"

গুৰুচৰণে খণ্ডত ক'লে, "সেয়াতো পাবই— কিয়নো তেওঁ ঘৰৰ বোৱাৰী।"

হৰিচৰণে প্ৰশ্ন কৰিলে, "পিছে কাইলৈ যদি বেচিব খোজে নাইবা বাধা দিব খোজে— তেতিয়া?"

গুৰুচৰণে সহজভাৱে উত্তৰ দিলে, "আইনে যদি তেওঁক তেনে অধিকাৰ দিয়ে, তেওঁ কৰিব।"

হৰিচৰণে মুখ ক'লা কৰি ক'লে, "অ, কৰিব! পাৰে যদি কৰিব।"

পিছদিনা হৰিচৰণে ৰছী ফিটা লৈ গোটেই ঘৰ-দুৱাৰ মাপিবলৈ, জুখিবলৈ ধৰিলে। গুৰুচৰণে একো নামাতিলে, হাকো নিদিলে। দুদিন পাছত ইটা, কাঠ, বালি, চূণ অনোৱা হ'ল। ঘৰৰ পুৰণা চাকৰণী আহি খবৰ দিলে— কাইলৈৰ পৰা ৰাজমিস্ত্ৰী কামত লাগিব। সৰু মাজিকৰ দেৱাল উঠিব।

গুৰুচৰণে হাঁহি হাঁহি ক'লে, "সেয়াতো মই দেখিবলৈ পাইছো। ক'বলৈ কিয় লাগে?"

পাঁচ-ছদিন পাছত সন্ধিয়া পৰত দুৱাৰৰ বাহিৰত ভৰিৰ খোজৰ শব্দ শুনিবলৈ পাই গুৰুচৰণে সুধিলে, কি হ'ল পঞ্চুৰ মা, কি খবৰ?

পঞ্চুৰ মাকে বহুদিনৰপৰাই এইঘৰ ঘৰত কাম বন কৰি আছে। আঙুলিৰে ইংগিত দি ক'লে, "মাজু বৌ থিয় দি আছে, ডাঙৰ বাবু।"

ঘৰৰ ডাঙৰ বোৱাৰীৰ মৃত্যুৰ পিছৰেপৰা বিধৱা ভাতৃ বধুৱে এই সংসাৰৰ গৃহিণী। তেওঁ ভিতৰৰপৰা ভাই শহুৰৰ লগত কথা পাতে। লাহেকৈ ক'লে, "শহুৰৰ ভেটিৰ ওপৰত মোৰ অধিকাৰ নাই নেকি যে দিনে ৰাতি সৰু বোৱাৰীয়ে মোক গালি পাৰি থাকিব?"

গুৰুচৰণে উত্তৰ দিলে, "অৱশ্যে আছে আই। সিহঁতৰ যেনে অধিকাৰ আছে, তোমাৰো তেনে অধিকাৰ আছে।"

পুণ্ডুৰ মায়ে মাজতে মাজু বোৱাৰীৰ হৈ ক'লে, "পিছে সদায় এনেকৈ গালি পাৰি থাকিলেতো আৰু এইখন ঘৰত থকা টান হ'ব।"

গুৰুচৰণে সকলো শুনি আছিল। অলপ পৰ মনে মনে থকাৰ পিছত ক'লে, "পৰেশক মই আহিবলৈ চিঠি লিখিছো, পঞ্চুৰ মা। সি আহিলেই সকলো ঠিক হৈ যাব। আৰু কেইটামান দিন তোমালোকে সহ্য কৰি থাকা।"

মাজু বোৱাৰীয়ে অলপ দ্বিধা কৰি সুধিলে, "কিন্তু পৰেশে জানো".... গুৰুচৰণে মাজতে কৈ উঠিল", কিন্তু নহয় আই। মোৰ পৰেশক সন্দেহ কৰিবৰ থল নাই। হৰি অৱশ্যে তাৰ দেউতাক। পিছে সি মোৰ পুত্ৰ। গোটেই পৃথিৱীখন যদি এফালে যায় তথাপি সি মোৰে। তাৰ বৰদেউতাকে যে কেতিয়াও অন্যায় নকৰে, এয়া যদি সি বুজি নাপায় তেনেহলে মিছাকৈ ইমানদিনে মই আনৰ ল'ৰাক বুকু দি মানুহ কৰিলো।"

পঞ্চুৰ মায়ে ক'লে, "সেয়া আৰু ক'ব লাগে নে? সি বেলি শীতলা গোঁসানীৰ অনুগ্ৰহ হোৱাত তোমাৰ বাহিৰে আৰু কোনে তাক যমৰ মুখৰ পৰা কাঢ়ি আনিবলৈ পাৰিছিল, ডাঙৰ বাবু? তেতিয়া সৰু বাবুৱে বা ক'ত আছিল? ক'ত আছিল তাৰ সতীয়া মাক? ভয়ত তেওঁলোকে এবাৰে চাবলৈকে নাহিল। তেতিয়া অকলে বৰদেউতাকেই দিনে ৰাতি শুশ্ৰূষা কৰিছিল।"

মাজু বোৱাৰীয়ে কথাত যোগ দিলে, "পৰেশৰ নিজৰ মাক জীয়াই থাকিলেও চাগে ইমানখিনি কৰিবলৈ নোৱাৰিলেহেঁতেন।

গুৰুচৰণে অলপ কুণ্ঠাবোধ কৰি ক'লে, "বাদ দিয়া আই, সেইবোৰ আলোচনা।"

মাজু বোৱাৰী আৰু পঞ্চুৰ মাক আঁতৰি গ'ল। বুঢ়াৰ চকুৰ আগত বিমল আৰু পৰেশ যেন ওচৰা-ওচৰিকৈ থিয় দিলে। খিৰিকীৰ বাহিৰত এন্ধাৰ আকাশৰ

পিনে চাই হঠাতে তেওঁৰ এটা দীৰ্ঘ নিশ্বাস ওলাই গ'ল। তাৰ পিছত শকত বাঁহৰ লাঠিডাল হাতত লৈ চৰকাৰহঁতৰ চৰাঘৰত পাশা খেলিবলৈ গ'ল।

পিছদিনা দুপৰীয়া গুৰুচৰণে ভাতৰ পাতত বহিছিল মাত্ৰ। ঘৰৰ উত্তৰ দিশৰ কাঁথিৰ কিছু অংশ বেৰ দি লৈ হৰিচৰণৰ ৰন্ধা-বঢ়াৰ কাম চলি আছিল। সিপিনৰপৰা তীক্ষ্ণ নাৰীকণ্ঠৰ কিমান যে কটুবাক্য শুনা গ'ল, তাৰ লেখ-জোখ নাই। তেওঁৰ খোৱা-লোৱাত বাধা পৰিব ধৰিলে। হঠাতে পুৰুষ কণ্ঠৰ মোটা মাত নাৰী কণ্ঠৰ লগত মিলি গ'ল। অলপ পৰ তেওঁ কাণ থিয় কৰি শুনিবলৈ ধৰিলে। পিছত ভাতৰ পাতৰপৰা উঠি থিয় হ'ল। মাজু বোৱাৰীয়ে দুখ কৰিলে, আৰু পঞ্চুৰ মাকে খণ্ডত ক্ষোভত চিঞৰি চিঞৰি দুৰ্ঘটনাটোৰ কথা ৰাষ্ট্ৰ কৰি দিলে।

চোতালত থিয় দি গুৰুচৰণে হৰিচৰণক মাতি আনি ক'লে, "হৰিচৰণ, মাইকী মানুহৰ কথাত মই কাণ নিদিওঁ। পিছে তুমি মতা মানুহটো হৈ যদি তোমাৰ বিধবা বৌবেৰাক এনেকৈ অপমান কৰা, তেনেহ'লেতো এইখন ঘৰত থকা অসম্ভৱ।"

এনে কথাৰ কোনেও উত্তৰ নিদিলে। পিছে ওলাই যোৱাৰ বাটত সৰু বোৱাৰীৰ পৰিচিত তীক্ষ্ণ কণ্ঠ তেওঁৰ কাণত পৰিল। সৰু বোৱাৰীয়ে ইতিকিং কৰি কৈ আছে— 'তেনেকৈ অপমান নকৰিবা। মাজুবৌ যদি এইখন ঘৰত নাথাকে— কি হ'ব তেতিয়া?"

হৰিচৰণে প্ৰত্যুত্তৰত ক'বলৈ ধৰিলে, "পৃথিৱী ৰসাতলে যাব— আৰু নো কি? কোনোবা থকাৰ বাবে মূৰৰ শপত দিছে! গ'লেইতো ৰক্ষা।

গুৰুচৰণ থমকি ৰ'ল। সৰু বোৱাৰীৰ কথা কোৱা শেষ হ'লে— নীৰৱে ওলাই গ'ল।

(৩)

হেডমাষ্টৰৰ জীয়েকৰ বিয়া উপলক্ষ্যে গুৰুচৰণ কৃষ্ণনগৰৰ উদ্দেশ্যে যাবলৈ ওলোৱাৰ সময়তে হঠাৎ শুনিবলৈ পালে— দুদিন হ'ল পৰেশ স্কুলৰ পৰা ঘৰলৈ আহিছে। আহিয়ে জ্বৰত পৰিছে। ব্যস্ত উদ্বিগ্ন হৈ পৰেশৰ ঘৰত সোমাব খোজোতে সৰু ভায়েকক দেখা পাই সুধিলে, "পৰেশৰ বোলে জ্বৰ?" হৰিচৰণে "হয়" বুলি কৈ বাহিৰলৈ ওলাই গ'ল। সৰু বোৱাৰী বাপেকৰ ঘৰৰপৰা অহা

চাকৰনীজনী বাট ভেটা দি ক'লে, "আপুনি ঘৰৰ ভিতৰলৈ নাযাব।"

"ঘৰৰ ভিতৰলৈ নাযাম কিয়?"

"ঘৰৰ ভিতৰত আইদেউ বহি আছে।"

"তেওঁক অলপ আঁতৰত যাবলৈ কোৱা চোন।"

চাকৰণীজনীয়ে ক'লে, "যাব ক'লৈ? পুতেকৰ মূৰত হাত বুলাই আছে।" এইবুলি কৈ তাই নিজৰ কামত গুচি গ'ল।

গুৰুচৰণে হতবুদ্ধি হৈ কিছুপৰ থিয় দি থাকি চিঞৰি ক'লে, "পৰেশ, কেনে আছ, বোপাই?"

ভিতৰৰপৰা এনে ব্যাকুল প্ৰশ্নৰ একো সঁহাৰি পোৱা নগ'ল। পিছে চাকৰণী তিৰোতাজনী ক'ৰপৰা জানো সেইখিনি আহি পায়ে উত্তৰ দিলে, "দাদাৰ জ্বৰ হোৱা বুলি শুনিলেই দেখোন?"

গুৰুচৰণ স্তব্ধ হৈ তাতে দুইমিনিটমান থিয় দি থাকি লাহেকৈ ওলাই আহিল আৰু কাকো কোনো কথা নকৈ ৰেলষ্টেচনৰ পিনে যাবলৈ ধৰিলে।

বিয়াঘৰত কোনেও গুৰুচৰণক তিমান লক্ষ্য নকৰিলে। কাম-চাম হৈ গ'ল। তেওঁৰ পুৰণিকলীয়া বন্ধু হেড্‌মাষ্টৰে এচুকত মাতি লৈ গৈ সুধিলে, "গুৰুচৰন, কি হৈছে? হৰিচৰণে বোলে ৰবকৈ তোমাৰ পাছত লাগিছে?"

গুৰুচৰণে আনমনা হৈ ক'লে, "হৰিচৰণ? ক'তা? লগা নাইতো?"

"লগা নাই? হৰিচৰণৰ চয়তানি কাণ্ড সকলোৱে জানিছে।"

গুৰুচৰণৰ যেন সকলো কথা মনত পৰিল। ক'লে, "অ' বিষয় সম্পত্তি লৈ হৰিচৰণে অলপ গোলমাল কৰিছে, হয়।"

তেওঁৰ কথাকোৱাৰ ধৰণত হেড্‌মাষ্টৰজনে অলপ বেয়া পালে। বাল্যকালৰ অকৃত্ৰিম বন্ধু। তথাপি ভিতৰুৱা কথাবোৰ গুৰুচৰণে উদাসীনতাৰে গুপুত ৰাখিব খোজে। এনে ভাবি তেওঁ আৰু একো নুসুধিলে।

গুৰুচৰণে কৃষ্ণনগৰৰপৰা ঘৰলৈ উভতি আহি দেখিলে তেওঁৰ এই কেইদিনৰ অনুপস্থিতিৰ সুযোগ লৈ চোতালৰ বিভিন্ন ঠাইত গাঁত খান্দি হৰিচৰণে এনে এটা কাণ্ড কৰি থৈছে যে খোজ পেলাব নোৱাৰি। গুৰুচৰণে বুজি পালে হৰিচৰণৰ ইচ্ছা আৰু সুবিধা অনুযায়ী সম্পত্তি ভাগ হৈ প্ৰাচীৰ উঠিব।

তাৰ টকা আছে .গতিকে আন কাৰো মতামত লোৱাৰ প্ৰয়োজন নেদেখিলে।

গুৰুচৰণে নিজৰ কোঠালিলৈ সোমাই পিন্ধি অহা কাপোৰবোৰ সোলোকাব ধৰিছিল। এনেতে মাজু বোৱাৰীক লগত লৈ পঞ্চুৰ মাক আহি থিয় দিলে। গুৰুচৰণে সোধ-পোছ কৰিবলৈ ধৰিছিলে অকস্মাৎ অস্ফুট আৰ্তকণ্ঠত কান্দি কান্দি মাজু বোৱাৰীয়ে কোঠালিত বাগৰি পৰিল। পঞ্চুৰ মায়েও কান্দিবলৈ ধৰিলে। কান্দি কান্দিয়ে তাই জনালে যে যোৱা পৰহি ৰাতিপুৱা মাজু বোৱাৰীক গলত ধকা দি ঘৰৰ বাহিৰলৈ উলিয়াই দিছিল। তাই তেতিয়া উপস্থিত নাথাকিলে মাৰি মাৰি মাজু বোৱাৰীক আধা মৰাকে কৰিলেহেঁতেন।

ঘটনাটো সম্পূৰ্ণভাৱে হৃদয়ংগম কৰিবলৈ গুৰুচৰণৰ যথেষ্ট সময় লাগিল। তাৰ পিছতো তেওঁ মাটিৰ মূৰ্তিৰ নিচিনা নিৰ্বাক আৰু নিষ্পন্দ হৈ থাকি হঠাতে প্ৰশ্ন কৰিলে, "হৰিচৰণে সঁচাকৈয়ে তোমাৰ গাত হাত দিছে আই? সি এনে কৰিব পাৰিলে? অলপ থামি ক'লে "পৰেশ বোধকৰো শয্যাগত হৈয়ে আছে।"

পঞ্চুৰ মাকে উত্তৰ দিলে, "তাৰতো একো অসুখ হোৱা নাছিল, ডাক্তৰ বাবু! আজি দুপৰীয়াৰ ট্ৰেনেৰে সি দেখোন কলিকতালৈ গ'ল।"

"যোৱা নাই? তাৰ বাপেকৰ কীৰ্তি তেনেহ'লে সি চাই গৈছে।"

পঞ্চুৰ মাকে ক'লে, "অ' সকলো জানিছে।"

গুৰুচৰণৰ ভৰিৰ তলৰ মাটিডৰা যেন কঁপিবলৈ ধৰিলে। ক'লে, "আই, ইমান মহা অপৰাধৰ যদি তাৰ শাস্তি নহয়, তেতিয়াহ'লে এইখন ঘৰৰপৰা মোৰ বাহ উঠিল। এতিয়াও সময় আছে। মই গাড়ী মাতি আনোগে। তুমি গৈ আদালতত নালিচ কৰিব লাগিব।"

আদালতত গৈ নালিচ কৰাৰ নামত মাজু বোৱাৰীয়ে চক খাই উঠিল। গুৰুচৰণে বুজি পাই ক'লে, "গৃহস্থ ঘৰৰ বোৱাৰী-জীয়াৰীৰ পক্ষে এনে কাম যে সন্মানৰ নহয় সেয়া মই জানো। পিছে ইমান ডাঙৰ অপমান তুমি যদি মুখ বুজি সহ্য কৰা আই, ভগবানে তোমাক ভাল নাপাব। ইয়াতকৈ বেছি কথা মই আৰু নাজানো।"

মাজু বোৱাৰীয়ে মজিয়াৰপৰা উঠি বহিল। থিয় দি ক'লে, "আপুনি পিতৃতুল্য। মোক যি আদেশ দিয়ে, মই নিসংকোচে সেয়া পালন কৰিম।"

হৰিচৰণৰ বিৰুদ্ধে আদালতত গোচৰ তৰা হ'ল। গুৰুচৰণে তেওঁৰ সোণৰ চেইনডাল বেচি দি ডাঙৰ উকিলৰ প্ৰাপ্যখিনি দিলে।

নিৰ্দিষ্ট দিনত মামলাৰ চমন আহিল। হৰিচৰণ হাজিৰা দিলে; কিন্তু মামলা ৰুজু কৰা বাদিনী অনুপস্থিত থকাত মামলা খাৰিজ হ'ল। ভীৰৰ মাজত গুৰুচৰণৰ হঠাৎ চকু পৰিল পৰেশৰ ওপৰত। পৰেশে তেতিয়া মুখ ঘূৰাই মৃদু মৃদু হাঁহি আছে।

গুৰুচৰণে ঘৰলৈ আহি শুনিলে, মাজু বোবাৰীৰ বাপেকৰ ঘৰত কাৰোবাৰ হেনো টান অসুখ। এই অসুখৰ খবৰ পাই মাজু বোবাৰীয়ে খোৱা লোৱা বাদ দি গাড়ী মতাই আনি তালৈ গ'ল।

পঞ্চুৰ মাকে হাত মুখ ধুবলৈ পানী আনি দি হঠাতে কান্দি পেলালে। ক'লে, "দিন-ৰাতি চব মিছা। তুমি আন ক'ৰবাত গুচি যোৱা ডাঙৰ বাবু। এই পাপৰ সংসাৰত বোধকৰো তোমাৰ ঠাই নহ'ব।"

ডবা আহিল, ঢোল আহিল, কাঁহ আহিল। মামলাত জয়ী হোৱা উপলক্ষে সিটো ঘৰত 'শুভচণ্ডী' পূজাৰ বাজনাৰ শব্দত গোটেই গাঁওখনত হৈ চৈ লাগিল।

(৪)

দুভাগত ভগোৱা পৈত্রিক ভিটাৰ এটা অংশত ৰ'ল হৰিচৰণ; আনটো অংশত ৰ'ল গুৰুচৰন আৰু তেওঁৰ পুৰণি দাসী পঞ্চুৰ মা।

"ৰান্ধিবৰ যোগাৰ? অ' ঠিক আছে, গৈছো ৰ'লা।" এইবুলি গুৰুচৰণে উঠিবৰ উপক্ৰম কৰোতে পুঞ্চুৰ মায়ে ক'লে, "একো খৰখেদা কৰিব নালাগে, ডাঙৰ বাবু। বেলা হওক। আপুনি তাতকৈ আজি গংগাস্নান কৰি আহকগৈ।"

"বাৰু তাকেই কৰো।" গুৰুচৰণে পলকতে গংগাস্নানৰ বাবে যাবলৈ প্ৰস্তুত হ'ল।

তেওঁৰ কথা আৰু কামৰ মাজত অসংগতি একো নাছিল; তথাপি পঞ্চুৰ মাকৰ কিবা বেয়া বেয়া লাগিল। তাইৰ মনত এনে লাগিছে যেন এইজন ডাঙৰ বাবু আগৰ ডাঙৰ বাবু নহয়।

পঞ্চুৰ মাকে ঘৰৰ ভিতৰত গৈ চিঞৰিব ধৰিলে, "কেতিয়াও ভাল নহ'ব,

কেতিয়াও ভাল নহ'ব। ভগবানে শাস্তি দিবই দিব।"

কাৰ ভাল নহ'ব, কাক ভগবানে, শাস্তি দিবই দিব— ঠিক কৈ বুজা নগ'ল। কিন্তু সৰু তৰফৰপৰা এই লৈ কাজিয়া কৰিবলৈ কোনেও সিদিনা আগবাঢ়ি নাহিল।

এনেকৈয়ে দিনবোৰ বাগৰিলে।

গুৰুচৰণৰ একমাত্ৰ সন্তান বিমল যে সু-সন্তান নহয়— দেউতাকে সেয়া ভালদৰেই জানিছিল। দুমাহ আগত অলপ সময়ৰ কাৰণে সি এবাৰ ঘৰলৈ আহিছিল। তাৰ পিছৰপৰা তাৰ আৰু দেখা দেখিয়ে নাই। এটা বেগৰ ভিতৰত সি গুপুতে কিবাকিবি থৈ গৈছিল। যোৱাৰ পিছত গুৰুচৰণে পৰেশক মাতি কৈছিল, "চা চোন, বোপাই, বেগৰ ভিতৰতনো কি আছে?" পৰেশে পৰীক্ষা কৰি চাই কৈছিল, "কিছুমান কাগজ পত্ৰ। বোধকৰো দলিল পত্ৰ। এইবোৰ পুৰি পেলাও নেকি বৰদেউতা?"

গুৰুচৰণে ক'লে, "যদি দৰকাৰী দলিল পত্ৰ হয়?"

পৰেশে উত্তৰ দিছিল, "হয়, দৰকাৰী। পিছে বিমল ককাইদেউৰ বাবে সেইবোৰ অদৰকাৰী। ঘৰত থৈ বিপদ মাতি অনা ঠিক হ'ব জানো?"

গুৰুচৰণে আপত্তি দৰ্শাই কৈছিল, "নজনাকৈ নষ্ট কৰি পেলাব নোৱাৰি, পৰেশ; কাৰোবাৰ সৰ্বনাশ হ'ব। সেইবোৰ তই ক'ৰবাত লুকাই থ' বোপাই। আগলৈ যি কৰা যায়, কৰা যাব।"

এই ঘটনাটো গুৰুচৰণৰ মনতে নাছিল। আজি ৰাতিপুৱা গংগাস্নানৰপৰা ৰান্ধিবলৈ যাবলৈ ওলাইছিল এনেতে সেইখন বেগ হাতত লৈ পৰেশ, হৰিচৰণ, গাঁৱৰ কেইজনমান ভদ্ৰব্যক্তি আৰু পুলিচৰ কনিষ্টবলক লৈ দল এটা আহি ওলাল।

ঘটনাটো চমুকৈ এনে। বিমল ডকাইতিৰ আচামী। সম্প্ৰতি ফেৰাৰ। খবৰৰ কাকতত খবৰটো পাই পৰেশে পুলিচক জনাসেগৈ। বেগটো ইমানদিনে তাৰ লগতে আছিল। বিমল বেয়া ল'ৰা। সি মদ খায়, আনুষংগিক দোষো আছে। কলিকতাত থাকি কিবা এটা সাধাৰণ চাকৰি কৰাৰ লগতে সি এইবোৰ কৰে। পিছে সি ডকাইতি কৰিব পাৰে এনে সন্দেহ পিতৃৰ মনত কেতিয়াও সপোনতো উদয় হোৱা নাছিল। কিছুপৰ পৰেশৰ মুখৰ পিনে গুৰুচৰণে অপলক চাই

ৰ'ল। তাৰ পিছত সেই নিষ্প্ৰভ অপলক দুই চকুৰে জৰজৰকৈ পানী ওলাই আহিল। ক'লে, "সকলো সঁচা। পৰেশে এটাও মিছা মতা নাই।"

দাৰোগাই আৰু দুটা তিনিটা কথা সুধি তেওঁক যাবলৈ দিলে। যোৱাৰ আগতে দাৰোগাজনে হঠাতে নত হৈ গুৰুচৰণৰ ভৰিৰ ধূলি লৈ ক'লে, "আপুনি বয়সত ডাঙৰ, সম্ভ্ৰান্ত মানুহ। মোৰ অপৰাধ নধৰিব। ইমান দুখ লগা কাম মই আগতে কেতিয়াও কৰা নাছিলো।"

তাৰ কেইমাহ মান পিছত খবৰ আহিল বিমলৰ সাত বছৰ জেল হ'ল।

(৫)

আকৌ ঢৰা, ঢোল, কাঁহ বজাই সমাৰোহৰে 'শুভচণ্ডী' পূজাৰ আয়োজন কৰা হ'ব ধৰিছিল। পৰেশে হাক দি ক'লে, "দেউতা, এইবোৰ বাদ দিয়ক।"

"কিয়?"

"মই সহ্য কৰিবলৈ নোৱাৰিম।"

দেউতাকে ক'লে, "ভাল বাৰু। তই যদি সহ্য কৰিবলৈ নোৱাৰ আজিৰ দিনটো কলিকতালৈ গৈ ফুৰি আহ। জগন্মাতাৰ পূজা। ধৰ্ম-কৰ্মত বাধা নিদিবি।"

কোৱা বাহুল্য— ধৰ্ম-কৰ্মত বাধা নপৰিল।

দহদিনমান পিছত এদিন ৰাতিপুৱা গুৰুচৰণৰ ঘৰৰ পিনে হঠাতে এটা চিয়ৰ-বাখৰ হৈ-চৈৰ শব্দ উঠিল। অলপ পিছত গাখীৰ দিয়া তিৰোতাজনী কান্দি কান্দি ওলাই আহিল। তাইৰ নাকেৰে তেজ ওলাই আছে। হৰিচৰণে ব্যস্ত হৈ সুধিলে,

"তেজ কিহৰ, মোক্ষদা? কি হৈছে?"

কন্দা কটিৰ শব্দত ঘৰৰ সকলোৱে ওলাই আহিল। মোক্ষদাই ক'লে, "গাখীৰত পানী দিছো বুলি ডাঙৰ বাবুলে লথিয়াই মোক গাতত পেলাই দিলে।

হৰিচৰণে সুধিলে, "কোনে? ককাইদেৰে?"

পৰেশে সুধিলে, "বৰদেউতা? মিছা কথা।"

সৰু বোৱাৰীয়ে সুধিলে, "বৰজনাই মাইকী মানুহৰ গাত হাত দিছে? তই

সপোন দেখিছ নেকি, মোক্ষদা?"

মোক্ষদাই গাৰ বোকা দেখুৱাই, দেৱ-দেৱীৰ নাম লৈ শপত কাঢ়ি ক'লে, "সঁচা কথা।"

কোৰ্টত ইন্‌জাংচনৰ বাবে দেবাস গাঁথনি বন্ধ হৈছিল, সঁচা। পিছে চোতালৰ গাঁতবোৰ তেনেদৰেই আছিল। পোতা নাছিল। গুৰুচৰণে লথিয়াই দিয়াত মোক্ষদাই এনে এটা গাঁতত পৰি গৈ দুখ পাইছে।

হৰিচৰণে ক'লে, "বল মোৰ লগত। কেচ্ কৰিবি।"

পৰেশে স্তব্ধ হৈ থিয় হৈ ৰ'ল। এটা কথাও নকলে। হৰিচৰণেই মাত্ৰ ক'লে, "যদি মিছা হয়, কেচ্‌টো ফচি যাব। পিছে ককাইদেৱে মিছা নামাতে। মাৰিছে যদি শাস্তি অৱশ্যে পাব।"

যুক্তি শুনি সৰু বোৱাৰীৰ সুবুদ্ধি হ'ল। ক'লে, "সেয়া ঠিক। মোক্ষদাক লৈ গৈ কেচ্ কৰোৱাই ঠিক। দোষ কৰিছে যদি উপযুক্ত শাস্তি পাব।"

সেয়াই হ'ল। ককায়েকৰ মুখেৰে মিছা কথা নোলাল। আদালতৰ বিচাৰত তেওঁৰ দহ টকা জৰিমনা হ'ল।

এইবেলি 'শুভচণ্ডী'ৰ পূজা নহ'ল। পিছে পিছদিনা দেখা গ'ল কেইজনমান ল'ৰাই দল বান্ধি আহি গুৰুচৰণৰ পিছে পিছে হৈ হৈ কৰি গৈ আছে। গাখীৰ দিওঁতাজনীক মৰাৰ গানও এটা ইতিমধ্যে ৰচিত হ'ল।

(৬)

ৰাতি তেতিয়া বোধহয় আঠ বাজিছে। হৰিচৰণৰ চ'ৰাঘৰত মানুহৰ ভিৰ। গাঁওবুঢ়াইতে ইয়াতেই আহিবলৈ লৈছে। হঠাতে এজনে আহি বৰ মজাৰ খবৰ এটা দিলে। কমাৰহঁতৰ ঘৰৰ ল'ৰাবোৰে বিশ্বকৰ্মা পূজা উপলক্ষে কলিকতাৰপৰা দুজনী বাইজী অনাইছে। তাহাঁতৰ নাচৰ মজলিচত গুৰুচৰণ বহি আছে।

হৰিচৰণৰ হাঁহিত ভত্ নাই। হাঁহি হাঁহিয়ে কবলৈ ধৰিলে, "পগলা হৈছে। এবাৰ শুনাচোন। ককাইদেউ গৈছে বাইজীৰ নাচ চাবলৈ। কোন আফিঙৰ আড্ডাৰপৰা আহিছ, অবিনাশ?"

অবিনাশে শপত খাই ক'লে যে সি নিজ চকুৰে চাই আহিছে। এজনে

সঠিক সংবাদ আনিবলৈ দৌৰি গ'ল। দহমিনিট পিছত উভতি আহি জনালে খবৰটো সম্পূৰ্ণ সঁচা। মাথোন নাচে চাই থকা নাই; ৰুমালত বান্ধি নজৰানাও দিছে। এটা হৈ-চৈৰ সূত্ৰপাত হ'ল। কোনোবাই ক'লে, "এনে যে হ'ব, মই আগতেই জানিছিলো।" কোনোবাই ক'লে, "যিদিনাখন বিনাদোষত মাইকী মানুহৰ গাত হাত দাঙিছে, সিদিনাই সকলো বুজি পোৱা গৈছে।" এজনে পুতেকৰ ডকাইতি কৰাৰ উল্লেখ কৰি ক'লে, "ইয়াৰপৰা বাপেকৰ চৰিত্ৰও অনুমান কৰিব পাৰি।" এনেধৰণৰ বহুত কথা।

আজি নামাতিলে অকল হৰিচৰণে। সি আনমনা হৈ নিমাতে ৰ'ল। তাৰ কিয় জানো আজি সৰুকালৰ কথা মনত পৰিল। এইজনেই জানো তাৰ ডাঙৰ ককাইদেউ? এইজনেই জানো গুৰুচৰণ মজুমদাৰ?

(৭)

ৰাতি বোধকৰো তৃতীয় প্ৰহৰ। নাচ-গান শেষ হ'বলৈ তেতিয়াও পলম আছিল। বিশ্বকৰ্মাৰ পূজা ৰাতিপুৱাই সম্পন্ন হৈছে। এতিয়া ৰাতিৰ ভাগত ভক্তৰ দলে মদ খাই, মাংস খাই, বাইজীক নচুৱাই এটা দক্ষ যজ্ঞৰ সমাপ্তি ঘটাব খুজিছে। বেছিভাগৰে হুচ্ নাই। তাৰে মাজত হাঁহি মুখে বহি আছে গুৰুচৰণ।

কোনোবা এজনে মুখখন কাপোৰেৰে ঢাকি লাহে লাহে তেওঁৰ পিঠিত হাত এখন থ'লে। গুৰুচৰণে চমকি উঠি প্ৰশ্ন কৰিলে, "কোন?"

মানুহজনে উত্তৰ দিলে, "মই পৰেশ। বৰদেউতা ঘৰলৈ ব'লক।"

গুৰুচৰণে প্ৰতিবাদ নকৰিলে, ক'লে "ঘৰলৈ? ব'ল।"

উৎসৱৰ মণ্ডপৰপৰা এটা ক্ষীণ পোহৰ ৰাস্তাত আহি পৰিছে। তাৰ'লৈকে আহি, পৰেশে এক দৃষ্টিৰে গুৰুচৰণৰ মুখৰ পিনে চাই ৰ'ল। চকুত সেই দীপ্তি নাই; মুখত সেই তেজ নাই; গোটেই মানুহটো ভুতৰ নিচিনা হৈছে। ইমান দিনৰ পিছত তাৰ চকুৰে পানী সৰিবলৈ ধৰিলে। বুজি পালে মানুহৰ আগত বৰদেউতাৰ বাবে লাজত পৰিবৰ একো কাৰণ নাই। তেওঁৰ এই অৰ্ধচেতন শৰীৰটোত বৰদেউতা বুলিবৰ একো নাই। নিস্তব্ধতা ভংগ কৰি পৰেশে ক'লে, "বৰদেউতা, আপুনি কাশী যাবলৈ বৰ ইচ্ছা কৰি আছিল।

যাব নে?”

গুৰুচৰণে কঙালৰ নিচিনা কৈ উঠিল, “যাম, পৰেশ, যাম। পিছে কোনে মোক লৈ যাব?”

“মই লৈ যাম, বৰদেউতা।”

“তেনেহ'লে ব'ল, এবাৰ ঘৰৰপৰা বস্তু-বাহানি লৈ আহোঁগৈ।”

“নহয়, বৰদেউতা, সেই ঘৰলৈ আৰু নাযাওঁ। তাৰ একোকে আমাক নালাগে।”

গুৰুচৰণৰ হঠাতে যেন চেতনা আহিল। অলপপৰ মনে মনে থাকি ক'লে, “একো নালাগে? সেই ঘৰটোৰ একো বস্তুৱে আমাক নালাগে?”

“নালাগে, বৰদেউতা, আমাক একো নালাগে। সেইবোৰ ল'বৰ বাবে বহুতো মানুহ আছে। ব'লক।”

“ব'ল” বুলি গুৰুচৰণে পৰেশৰ হাতত ধৰিলে। জনহীন এন্ধাৰ বাটেৰে দুয়ো ৰেলষ্টেচনৰ পিনে আগুৱাই যাব ধৰিলে। ❑